# যুগান্তৰ সূৰুয

( উপন্যাস )

তিলক দাস




অসম বুক ডিপো
গুৱাহাটী-১ :: কলিকতা-১

"Jugantar Suruj" An Assamese Novel written by Sri Tilak Das and Published by Sri A. C. Guha, Assam Book Depot, Panbazar, Gauhati-1, Assam Price Rs. 4 50 only

প্ৰকাশক :
শ্ৰীঅৰুণচন্দ্ৰ গুহ
অসম বুক ডিপো
পাণবজাৰ,
গুৱাহাটী-৭৮১০০১

প্ৰথম প্ৰকাশ : ১৯৭৭ ইং

মূল্য—৪·৫০ টকা

প্ৰিন্টাৰ :
শ্ৰীঅৰুণচন্দ্ৰ গুহ
শ্ৰীনবদ্ৰ প্ৰিন্টিং ওৱাৰ্কছ
৬১৮এ, জি টি ৰোড,
শ্ৰীৰামপুৰ, (বটতলা) হুগলী।
ফোন নং-৬০১

## ॥ উপন্যাসখনৰ প্ৰকাশৰ কথা ॥

'অসম বুক ডিপো'ৰ খ্যাতনামা স্বত্বাধিকাৰী শ্ৰীঅৰুণচন্দ্ৰ গুহ মহোদয়ে আমাৰ তলত নাম দিয়া কিতাপ চাৰিখন প্ৰকাশ কৰি আমাক কৃতাৰ্থ কৰিছে।

(১) জীৱন বুৰঞ্জীৰ ছুটি পাত ( উপন্যাস )
(২) শিৱনাথৰ সংসাৰ ঐ
(৩) শ্ৰীমন্ত শঙ্কৰদেৱ ( চমু জীৱনী )
(৪) নানা কথা নানাজ্ঞান ( সাধাৰণ জ্ঞান )

আজি কেই বছৰমানৰপৰা অসমীয়া কিতাপ প্ৰকাশৰ বাটত ( পাঠ্যপুথিৰ বাহিৰে ) নানা ধৰণৰ মাধমাৰ পৰাত আৰু কিতাপৰ বজাৰত চোৰাং ভাবে সুমোৱা অশ্লীল উপন্যাস, গল্পই কিশোৰ আৰু যুৱকৰ মাজত বজাৰৰ বৰপীৰা পাৰি বহাত, পুৰণি চাম লিখকৰ লিখাবোৰ, প্ৰকাশক আৰু পঢোতা উভয়ৰে কাল শত্ৰু স্বৰূপেহে দেখা দিলে। সাতে-পাঁচে, আমিও আমাৰ উপন্যাসবোৰ বান্ধি-কুন্ধি আটালত তুলি থ'ব লগা হ'ল। ইপিনে দেশতো ৰাজনীতিৰ ঘমঘণ্টা বাজি উঠিল। আমিও নিতাল মাৰিলোঁ আৰু নতুন কিতাপ প্ৰকাশ হোৱাৰ আশা পৰিত্যাগ কৰিলোঁ ॥

মাজে মাজে শ্ৰীগুহলৈ চিঠি পত্ৰ দিওঁ, তেওঁও উত্তৰ দিয়াত কাৰ্পণ্য নকৰে। তেওঁ কলিকতাৰপৰা ১৪।৬।৭৬ তাৰিখে দিয়া এখন চিঠি ১৮।৬।৭৬ তাৰিখে পাই বৰ ভাল লাগিল। তেওঁ লিখিছে :—

স্নেহেৰ দাস ভাই,

বেশ কিছুদিন হয় আপনাৰ চিঠি খানা পাইয়াছি, কিন্তু আমি অসুস্থ থাকায় আপনাৰ পত্ৰ খানাৰ উত্তৰ দিতে বিলম্ব হইল।

"শ্ৰীমন্তশঙ্কৰদেৱ" বহিখানা শীঘ্ৰই প্ৰেসে দিতে হইবে। "শিৱনাথৰ সংসাৰ" আগামী মাসে প্ৰেসে দিবো।...

আপনাৰ নতুন নভেল যদি ছোট হয় তবে ছাপিতে পাৰিব।
সৰ্ব্বদা চিঠি দিবেন।
আশা কৰি ঈশ্বৰেৰ কৃপায় আপনাৰা সকলে কুশলে আছেন। আপনি সস্ত্রীক নমস্কাৰ গ্রহণ কৰিবেন এবং শ্রীমান শ্রীমতী দিগকে ভালবাসা জানাইবেন। ইতি—

আপনাৰ
শ্রীঅৰুণচন্দ্র গুহ।

এই মূল্যবান চিঠিখন পাইয়ে পুৰণি হাতেলিখা নভেলবোৰ খুচৰি চাই দেখিলো যে এই খনেই চুটি আৰু প্রেছৰ বাবে বৈটামাৰী-ৰঘুনন্দনপুৰৰ শ্রীমতী প্রতিভা তালুকদাৰে এটি পাণ্ডুলিপিও তাহানিতে আমাক প্রস্তুতি কৰি দিছিল। তাকেই 'গুহদাক দিলো। অসমীয়া সাহিত্য তেওঁৰ ওচৰত নিশ্চয় ঋণী। অসম সাহিত্য সভাৰ আজি অনেক বছৰ আগৰপৰাই তেওঁ আজীৱন সভ্য, বাৰ্ষিক অধিবেশন বিলাকাতো যোগ দিয়ে।

অসমীয়া গ্রন্থ প্রকাশৰ ভৱিষ্যত দিনৰ কথা ভাবি চাবৰ সময় হ'ল।

অলমতি বিস্তৰেন। ইতি—

'গোলোক সাহিত্য মন্দিৰ,'
ডাঃ বাণীকান্ত কাকতি ৰোড,
পো. বৰপেটা

তিলক দাস
৪ কাতি
২১।১০।৭৬ ইং

# অৰ্পণা

যি জন মহান সাহিত্যিকে আমাক সদায় প্ৰেৰণা দিয়ে, যাৰ
সান্নিধ্যত আমি আত্মবল পাওঁ, নানা জ্ঞান-বিজ্ঞানৰ
সাহিত্যিক তথ্যৰে আমাৰ চিন্তা-শক্তিক সতেজ
কৰি তোলে, সেইজন আমাৰ বন্ধু অধ্যাপক
শ্ৰীশশী শৰ্ম্মাৰ গৌৰৱময় নামটিত
অৰ্পণা কৰি হাবিলাস কৰোঁ
—বন্ধুৰ সাহিত্যিক অৱদান
কালজয়ী হৈ
উঠক।

ইতি—

১৬।৭।৭৬ ইং

গ্ৰন্থকাৰ।

ভৰ বাবিৰা। তাদৰ শেষ দিন কেইটাত অসম্ভৱ উত্তৰ-দক্ষিণৰ পৰ্ব্বতমালাৰ ওপৰত ধাৰাসাৰে বৰষুণ হোৱাৰ ফলত উত্তৰ বাহিনী আৰু দক্ষিণ বাহিনী নৈ সমূহত দুকূল-ভৰা পানী উঠিছে। সেই পানীধাৰা উৎফুল্ল হৈ চাপৰি মেলিছে বিশাল লুইতৰ বুকুলৈ। তাকেই পাই বুঢ়া লুইত বলিয়া মদন-পীড়িত যুৱকৰ দৰে হিল্-দল্ ভাঙি সকলোকে খহাই-ভহাই মহাসাগৰলৈ উন্মাদ গতি কৰিছে।

সাধাৰণ উমৈহতীয়া শ্ৰম, মুক্ত আত্মনিয়ন্ত্ৰণৰ উচিত আৰু সামাজিকভাৱে সচেতন সমান অধিকাৰ সম্পন্ন লোকসমূহৰ একতা-বদ্ধ সমাজ ব্যৱস্থাৰ অভাৱত প্ৰকৃতিৰ ক্ষুদ্ৰ বেমেজালিতেই মুনাফা-খোৰৰ হাতৰ মুঠিত থকা বজাৰো এক বলিয়া অৱস্থা। বস্তুৰ জুই-ছাই দাম।

জীৱনে চৰকাৰী চাকৰিৰপৰা অৱসৰ লৈ পিতৃৰ দিনৰ উঁৱলি যোৱা ঘৰটোকেই সামান্যভাৱে মেৰামতি কৰি কোনোমতে তেওঁৰ পত্নী, দুটি ল'ৰা আৰু তিনিটা ছোৱালীৰ সৈতে তাতেই সুখ কেইটা সোমাইছে। চাকৰিত থকা কালত তেওঁৰ চিলং-গুৱাহাটীত মাটি লবলৈ নহল, ধন সাঁচিবলৈকেও নহল, বহুত টকাৰ ইলিওৰ কৰিব-লৈকেও তেওঁ কোনো আঁচনি নকৰিলে। এবাৰ মাথো নিজৰ ঠাই-খনতেই এচিকটা মাটি লওঁ বুলি এখন দৰখাস্ত কৰিছিল। মাটি-বণ্টন কমিটি বহিল। টাউনৰেই নেতা খয়ৰামে মন্তব্য কৰিলে যে সেই বিষয়াজনে চিলং, গুৱাহাটী, তেজপুৰ আৰু নলবাৰীত মাটি-জমি কিনি লৈছে, গতিকে তেওঁক ইয়াত মাটি দিয়াটো উচিত নহয়। আন সদস্যসকলে একো নামাতিলে, কাৰণ খয়ৰাম, মন্ত্ৰী অক্লান্ত তালুকদাৰৰ মুকুৰ মানুহ। তেওঁৰ কথাৰ প্ৰতিবাদ কৰিলে এই কমিটিৰ টাৰ্ম শেষ হোৱাৰ পিছত আৰু সদস্য পদ নাথাকিব। এই

সকলোবোৰেই শুনি কথা হৈছে মন্ত্ৰী অক্লান্ত। তেওঁ নামে-কামে অক্লান্ত। স্বাধীনতাৰ তাৰিখৰ পৰাই তেওঁ মন্ত্ৰী। সাধাৰণ মানুহে কোৱাকুই কৰে—তেওঁ ৰাজ লক্ষণ সম্পন্ন ভাগ্যবান পুৰুষ। তেওঁ মাকৰ শ্ৰাদ্ধৰ দিনা তেওঁৰ অলৌকিক ক্ষমতা হেনো দুই-চাৰি সহজ সৰল নিষ্পাপ লোকক দেখুৱায়। ভামৰণ্ডা, তেলেঙ্গি বিলৰতো কথাই নাই, সুদূৰ পূৰৱ লক্ষীমপুৰ জিলাৰ পাতআৰী, কানীদীঘলী বিজয়ো বৌ, চিতল তেওঁৰ গাৰ্ৰৰ ঘৰৰ চোতালত দেউল হয়।

চাকৰিত থকা কালত জীৱনক তেওঁ এবাৰ বৰ বেয়া পাইছিল। কথাটো হৈছে,—এবাৰ এখন বৰমেলত জীৱনে থয়ৰামক সমৰ্থন নকৰিলে। সেয়ে বিভাগীয় ব্যৱস্থাত জীৱনক নিজৰ ঠাইতেই কাম কৰিবলৈ দিয়া বতৰা পাই থয়ৰামে ফোন কৰি মন্ত্ৰীজনাক কথাটো কোৱাৰ লগে লগেই হুকুম নাকচ। তাৰ পিছৰ পৰাই মন্ত্ৰী গৰাকীৰ দৃষ্টি জীৱনৰ প্ৰতি বক্ৰ।

বজাৰ বলিয়া হলেও, মানুহে খাব লাগিব। পৰিপুষ্টকৈ নহলেও আধাপেটীকৈ খাই নমৰা দিন কেইটা জীয়াই থাকিব লাগিব।

জীৱনেও সাতোটি জীৱৰ পৰিয়ালটিক কোনোমতে পোহপাল দিবলৈ যাওঁতেই তেওঁৰ শৰীৰৰ সমস্ত শক্তি যেন হ্ৰাস পাই যাবলৈ ধৰিছে, এনে অনুমান কৰে। আন মানুহ কিছুমানৰ কথা তেওঁ ভাবি চায়। তিনি টকাকৈ দিন হাজিৰা কৰা একন লোকৰ পৰিয়ালটিৰ এদিন হাজিৰা নাপালে, কি গতি হয়, তেওঁ ভাবি চায়। চৰকাৰী কামত থকাত হাতত পইচা নাথাকিলেও, পইচাৰ বাবে যেন একো কথাই পৰি নাথাকে, খোৱা খাদ্যৰপৰা আমোদ-প্ৰমোদলৈ। কামত নথকা মানুহক দোকানীয়েও উঠনা নিদিয়ে। অৱশ্যে জীৱনৰ কথা আছিল সুকীয়া। বজাৰৰ ডাঙৰ দোকান কেইখনৰ প্ৰায় মহাজনেই তেওঁৰ চিনাকি, কেইজনমান সমবয়সীয়া আৰু দুই-চাৰি জন তেওঁৰ হাইস্কুলৰ তলৰ শ্ৰেণীৰ সহপাঠী। ফেল কৰি বৈ থোৱাৰ বাবেই আজি তেওঁলোকৰ ভাগ্য ফলিছে, নহলে হয়তো জীৱনৰ দৰেই লেতুছুবি বছৰ বাট্টিৰ দৰমহা খোৱা বিষয়া হৈ ৰজকহতে থকলে

উঠিছিলহৈছেন। সেইসকলৰ ভিতৰত বিপুল মহাজন অন্যতম। তেওঁ যোৱা নির্ব্বাচনৰ সময়ত মন্ত্ৰী মহোদয়ক বহু হেজাৰ টকাৰ বৰঙণি আগবঢ়ায়, অৱশ্যে মন্ত্ৰীগৰাকীৰ নেতৃৰ বাবে নহয়, তেওঁৰ ভোটাধিকাৰী দলৰ বাবেহে। ইপিনে বিপুলেও কাম কৰি গৈছে,—বিৰাট কাঠৰ গোলা, কাঠফলা কল, ইটাৰ ভেঁটা, মহৰণ যাচ, গোপাকুলী-ৰূপাকুলিত দেড়শ বিঘা খেতি মাটি, ভাতৰ ল'ৰাটো চৰকাৰী ধন-পানীৰে আমেৰিকাত ইঞ্জিনিয়াৰিং বিভাগত অধ্যয়ন, ইত্যাদি।

জীৱনৰ লগত কিন্তু বিপুলৰ ব্যৱহাৰ ঠিক ছাত্ৰকালৰ দৰেই—ভাই আৰু ভাই। আন মানুহে কিন্তু তেওঁলোকৰ এই ব্যৱহাৰ দেখি আচৰিত হৈ যায়।

এদিন বিপুলে হাঁহি হাঁহি সোধে,"তই হেনো ভাই বহুত কিতাপ লিখিছ অ', খুব ভাল এখন পঢ়িব দিবিচোন।"

"কিতাপ পঢ়িবি?"

"সময় নাপাওঁ, বছৰৰ ভিতৰত বৰ বেছি নামঘোষাৰ পাত দুয় সাতোটামান পঢ়া হয়। অ, ৰবিচোন।" মুখখন জীৱনৰ কাণৰ কাষলৈ আনি সোধে, "খয়ৰামৰ বিষয়ে কি নাটক লিখিছিলিও?"

তেওঁ হিঃ হিঃ কৈ হাঁহি নিজৰ কৰজনত এটি চাপৰ মাৰি দিয়ে।

জীৱনে লাহে লাহে কয়, "সেইবিলাক এৰ, তোৰ এতিয়া ইমান টকা পইচা হৈছে ভাওৰকৈ প্ৰেছ এটা আনি কাগজ এখন চলাই নিদিয় কিয়? তোৰ লাভো হ'ব আৰু নামযশো বৈ বৈ যাব।"

মহাজন বৈ যায়। তেওঁৰ মুখ মণ্ডলত কিবা এটি আশাৰ ভাৱে বেতাই যায়।

"কথাটো বেয়া নহয়। মোৰো কেতিয়াবা ভাব হয় কিবা এটা কৰি নাম এটা ৰাখি থৈ যাওঁ। এবাৰ মনে মনে আমাৰ মন্ত্ৰীক সুধিছিলোঁ—তেওঁ কয়,কংগ্ৰেছ কাৰ্য্যালয়টোকেই আপুনি আৰ-চি-চি তিনি-তলা সজাই দিয়ক। কিন্তু ভয় লাগে। দেশত যেনে দলবল আছে যনে প্ৰাণে শেষ কৰিব।"

"মন্ত্ৰীৰ কথা বাদ দে ভাই। তঁইতৰ মূৰতেই কৰলৈ গলে কঁঠাল ভাঙি সিহঁতে বৰ লোক বৰ নেতা হৈ থাকে।"

"এম্ ইলেকচন আহিলেই দে টকা, পুতেকৰ বিয়াত দে, জীয়েকৰ বিয়াত দে, চুটি লৈ যায়হে ভাই। মোৰ পৰাই ইমান আৰু মোক কিনিব পৰা ধনীৰ পৰা যে আৰু কিমান আনে। তথাপিও, বেটাৰ বোলে নাটেহে। চিলিপ দি গেলামালৰ দোকানৰ পৰা বস্তু নিয়ে।"

মহাজনে আৰু এটা কৃত্ৰিম হাঁহি মাৰি নিজৰ কৰজনত ছুটামান চাপৰ মাৰে।

"সেইবোৰ ভাই লোকক দেখুৱাবলৈ, মূৰুখক পতিয়ন নিয়াবলৈ। অকল তোকেই নহয় দেশখনকেই সিহঁতে চুটি নিছে। টকা থাখে সিহঁতে লণ্ডনৰ বেঙ্কতহে।"

জীৱনৰ কথাবাৰ শুনিয়েই বিপুল উচাপ খাই কৈ উঠিল, "লণ্ডনৰ বেঙ্কত?"

"হয়।"

অৱশ্যে বেটাৰ খৰচো আছে। জীয়েক-পুতেকহঁতৰ বিয়াতো যথেষ্ট খৰচ কৰিছে। ডাঙৰ জীয়েকৰ বিয়াখনক বহুতেই চৰকাৰী বিয়া বুলিহে কৈছিল।"

"ডাঙৰ মানুহৰ কথা এৰ। পাৰ যদি তয়ো অহাবাৰলৈ এচেম্ব্লীৰ ইলেকচনত উঠ। আমি লাগিম নহয় তোৰ হৈ।"

বিপুলৰ মনটো ভাল লাগি যায়। মনতেই ভাবে, কুৰি হেজাৰ টকা যায় যদি যাব, হাৰিলেও নামটো প্ৰচাৰ হব।

জীৱনে তেওঁৰ মুখলৈ চাই ৰৈ থাকে। কিবা মন্তব্য দিব বুলি আৰু কন্তেক বয়, কিন্তু একো নোকোৱাত নিজেই ক'লে, "জগতৰ বিৰাট পৰিবৰ্ত্তন আহিছে। গ্ৰহৰ অভিমান সাৰ্থক হোৱাৰ লগে লগেই মানুহে নতুন সমাজ এখনৰ পাতনি মেলাইছে। সিহঁতৰ নেতৃত্বই লোকক আমুৱাইছে ভাই, দহজনৰ এজন বুলি তোকেই হয়তো বাইজে ভোট দি পেলাব।"

স্বপ্ন ভঙ্গৰ দৰে বিপুলৰ মনটো উচাপ খাই উঠিল। তেওঁ কৃত্ৰিম

হাঁহি এটা মাৰি কৰজনত চপৰিয়াই চপৰিয়াই কৈ উঠিল, "খিকেই, আজি দুদিন আগতেই সপোন এটাও দেখিছোঁ, সপোনটো কলিয়াৰ ৰেন পাইছোঁ।"

"কি সপোন?"

"কৰ নাপায়, ক'লে সপোনৰ ফল ভঙ্গ হয়।"

"ভাল, ভাল, ৰৰ ভাল হওক, তাহানিৰ শৈশৱৰ বন্ধু এজন বজাৰ ৰৰচ'ৰাত ৰৰ আসনত বহুক। চুচি খোৱাইঁতক আঁতৰ কৰিবৰ সময় হ'ল।"

দুয়োৰো অন্তৰত দুটি বিভিন্ন ভাৱৰ আনন্দৰ ঢৌ খেলি গ'ল।

"এই কেইদিন ভাই ৰৰ লোকচান। হাজো ৰাস্তাত বানপানী উঠাত বাচ বন্ধ আছে। নলবাৰীৰ লাইনেদিও ৰাস্তা ভাঙি থকাত, আধা বাটৰ পৰাই বাচ ঘুৰি আহে।"

"হওকদে ভাই কিছু খালি হলোঁহ আক কিছু ভৰাব পাৰিবি, ভৰাত ভৰাই দিলে, পৰিহে যাব।"

দুয়ো হাঁহে। বিপুলে নিজৰ কৰজনত দুটা মান চাপৰ মাৰি হৰ্ষধ্বনি কৰি উঠে। তেওঁৰ মন ঘূৰে। টকা খৰচ কৰি ৰৰ মানুহ হোৱাৰ হাবিলাস তেওঁৰ হিয়াৰ নিভৃত চুকত জীৱন্ত হৈ উঠে।

১৯৬৯ চনৰ বাৰিষা। বানপানী আক বেচি হৈ উঠে। গদাধৰ, বেকী, বৰলীয়া, গাভৰু, কপিলী, কাকডোঙা, বড়ানৈ, চিচি আদি নৈ সমূহত বাঢনী পানী বিপদ সীমা অতিক্ৰম কৰা বুলি খবৰ আহিছে। বহুৰমপুৰত মৰা হাতী ভাহি আহিছে বুলিও খবৰ পোৱা গৈছে। মন্ত্ৰীসকলে ভ্ৰমণৰ দীঘল কাৰ্য্যসূচী লৈ চিলঙৰ পাহাৰৰ পৰা নামি আহিছে।

ৰেলগাড়ী বন্ধহৈ থকা বুলি খাদ্যৰ দাম বাঢ়িছে :—

| | | | |
|---|---|---|---|
| চাউল | ২ ০০ | টকা | কেজি |
| মচুৰদালি | ৩ ৭৫ | " | " |
| মাটিমাহ | ৩ ৫০ | " | " |
| চেনি | ৪ ৮০ | " | " |

| | | | |
|---|---|---|---|
| লোণ | '৫০ | টকা কেজি | |
| মিঠাতেল | ৫ ০২ | ,, | ,, |
| আটা | ১৫ | ,, | ,, |

বাতি খাই বৈ উঠাৰ পিছত জীৱন আৰু ইৰা পিছ পিনৰ পিৰা-লিত বহি সুখ-দুখৰ কথা পাতিছে। অসমৰ দুয়োখন জিলাতেই ঘূৰি পকি ত্ৰিশ বছৰ চৰকাৰী কামৰ পিছত নিজৰ ঘৰ পাইছে। কোনো দিনা কোনো ক্ষেত্ৰতেই দুয়োৰো এৰা এৰি হোৱা নাই। দুয়োৰো প্ৰেমময় জীৱনে দুয়োৰো জীৱনক আজিও একত্ৰিত কৰি যেন বন্তীন কৰিছে ৰাখিছে। দুয়োৰো হিয়াৰ ৰাক্ষোনৰ এনে মাদকতা আছিল যে বহুত সময়ত সাংসাৰিক বহুত কথালৈ দুয়ো আওকাণ কৰি প্ৰাৰ্থিব সম্পদক বাট ভেটিছিল।

প্ৰভিডেণ্ট ফাণ্ডৰ বাবহেজাৰ টকাৰ বাহিৰে তেওঁলোকৰ নগদ টকা আৰু একো নাছিল। অৱসৰৰ আগে আগেই জীৱনে স্থিৰ কৰিছিল যে' তেওঁ এখন আলোচনী উলিয়াব, দেশত এটি জনমত গঠন কৰিব, ডেকাশক্তিক একত্ৰিত কৰি তেওঁলোকৰ সৰ্ব্বো-ত্তম গুণবোৰৰ বিকাশৰ অবাধ সুযোগৰ ভিত্তি ৰচনা কৰিব আৰু শ্ৰমজীৱী ৰাইজক মুনাফাখোৰ গোষ্ঠীৰ পৰা ৰক্ষা কৰিব।

"এইখিনি টকাৰে পৰিয়ালটোকেই চলাব নে প্ৰেছৰেই সপোন দেখিব? বহুত সপোনেই আপুনি দেখিলে, এতিয়া জানো আকৌ সপোন দেখাৰ সময় আছে?"

ইৰাৰ কথা শুনি জীৱনে হাঁহি মাৰি কয়, "সপোন যদি মধুৰ হয়, তেনেহলে সপোন দেখাত একো দোষ নাই। কিন্তু সপোন বিলাসী মানুহ মই কোনো দিনাই নহয়। পাঁচজন লগ লাগি আমি সমবায়ৰ ভেটিত প্ৰেছটো তৈয়াৰ কৰিম, কিন্তু কাগজখন হ'ব মোৰ নিজা, অৱশ্যে দিহা পৰামৰ্শ দিয়াৰ বাবে উপদেষ্টা বোৰ্ড এখনো ৰাখিম বুলি ভাবিছোঁ।"

"পিছে ছোৱালীৰ বিয়াৰ কথা আৰু ল'ৰাটোৰ জীৱিকাৰ কথা?"

"ছোৱালীৰ বিয়াৰ কথা ভবাৰ কথা উকলি গৈছে। সমাজৰ পৰিবৰ্ত্তন হৈছে। বিয়া হৈ যাব।"

"এনেয়ে হ'বনে ?"

"অৱশ্যে এনেয়ে নহয়। উভয় পক্ষৰ হাবিলাসতহে বিয়া বস্তুটো হৈ উঠে। সেইদৰেই হ'ব। ল'ৰাটোক ৰূপহী বাগানলৈকেই পঠাই দিওঁ। যিমান দিন তাত বন্ধু ৰবদলৈ থাকিব, সিমানদিনলৈ আমাৰ চিন্তা নাই। সক ল'ৰাটো পঢ়ক। তুৰছবৰ ভিতৰতে দুটা ছোৱালী দিম বুলি তুমি ধৰি লবা।"

গিৰীয়েকৰ কথাত ইবাৰ হাঁহি উঠে। তেওঁ নিজৰ জীৱনটোকে সদায় এনেদৰেই সৰল-সহজ ভাবে লৈ আহিছে। কৰ পৰা নাই, জীৱনবোৰ এনেদৰেই যাবনে ? তেওঁ মনতেই ভাবে।

"অ' আৰু এটা কথাহে, বিপুল মহাজনক খুব গা তোলাই দিছোঁ —অহাবাৰৰ নিৰ্ব্বাচনত উঠিবলৈ। ইয়াত কংগ্ৰেছৰ পৰা থয়ৰামকেই উঠাই দিব, সেই মানুহজনৰ প্ৰতি ৰাইজৰ মুঠেই আস্থা নাই। আমি শ্ৰমজীৱী শক্তি সংঘৰ পৰা মহাজনক উঠাই দিম।"

"তেওঁ জানো শ্ৰমজীৱী ?"

"নিশ্চয় বিৰাট ব্যক্তিগত শ্ৰমৰ দ্বাৰাইতো তেওঁ আজি ধন ঘটিছে। নিজেও তেওঁ এজন নিপীড়িত বুলি কৈহে ভাল পায়। তেওঁ সাধাৰণ মানুহ। তেওঁৰ জীৱনধাৰাৰ পদ্ধতিও দহজন সাধাৰণ লোকৰ দৰেই।"

"কিন্তু থয়ৰামৰ ধনবলক জানো বলে পাৰিব ?"

"জনবলৰ আগত তাৰ ধনবল উকৰি যাব।"

ক্ষন্তেক বৈ ইবাই কয়, "সি আমাক যথেষ্ট লটি ঘটি কৰিছে। দেউতাই শেষ শয্যাত পৰি থকা সময়তেই সি আপোনাক তেজপুৰলৈ বদলি কৰাইছিল। আপোনাৰ বাবে দেউতাই কিমান আকুল হৈ পৰিছিল। ঈশ্বৰ আছে, শেষ নিশ্বাসৰ সময়ত আপুনি দেউতাক পালে। সেই কেইটা দিনৰ কথা ভাবিলে, আজিও চকুলৈ পানী আহে। অধৰ্মীৰ বৃদ্ধি নাই।"

জীৱনৰ মনটো খৌকি বাখৌ লাগে। সেইডাকলৈ মনত পৰে। কিমানজনেই মন্ত্রী অক্লান্ত আৰু খয়ৰামৰ চৰণত আত্ম-সমৰ্পণ কৰি পুতেক জোঁৱায়েকক ভাগুৰ বিষয়া কৰিলে, কিন্তু তেওঁৰ দেৱোপম পিতৃয়ে কোনোদিনা তেনে পণ্ড শক্তিৰ ওচৰত আত্ম-সমৰ্পণ নকৰিলে। পিতৃৰ প্ৰতি তেওঁৰ অন্তৰ দোঁ খাই আছে। কোনোবা দিনৰ পৰা নিজবো তেনে এটি অভ্যাস গঢ়ি উঠিল। জনসাধাৰণৰ বাবে সহজ লভ্য মন্ত্রী অক্লান্তৰ ওচৰো নাচাপিল প্ৰমোচনৰ বাবে। নামঘোষা পঢ়ি শুনাই শুনাই সহকাৰী মাষ্টৰৰ পৰা হেডমাষ্টৰ হ'ল অযোধ্যাই—এই কথা সকলোৱে জানে। তেওঁৰ, সেইবিলাকো একো কথা নহল। জীৱনৰ মনৰ মাজলৈ এটি অৱসাদৰ ভাবো অজ্ঞাতে আহি তেওঁক পিড়িৰ খোজে। কিন্তু এই ভাৱক বাধা দি তেওঁ আত্মবল এটি লভিবলৈ যত্ন কৰে। বহুত দিনৰ পৰা তুঁহ জুইৰ দৰে জ্বলি থকা মনৰ বিপ্লৱী ভাৱধাৰাক সক্ৰিয় কৰিবলৈ হাবিলাস কৰি উঠে। কেৱল সংস্কাৰৰ দোহাই দি বিপ্লৱী কাৰ্য্য-সূচীৰ জ্বলন্ত অগনিক নুমাবলৈ যত্ন কৰোঁতা সকলৰ প্ৰতি তীব্ৰ বিৰোধৰ ভাব তেওঁৰ অন্তৰত জ্বলি উঠে। যুদ্ধৰ লগত সদায় মানুহৰ মৃত্যু জড়িত থকাৰ দৰে সংস্কাৰৰ পথতো সদায় জড়িত হৈ থাকে কল্যাণধৰ্ম্মী নতুন সমাজৰ মৃত্যু বিভীষিকা। মানৱতা আৰু সীমা-হীন সমাজ প্ৰগতিৰ বাবে লগা হৈছে আজি এক আপোচহীন মহা-সংগ্ৰাম। জীৱনৰ জীয়াই থকা দিন লিখিৰ পৰা হৈ আহিছে সঁচা, কিন্তু যি সত্যৰ অনুসন্ধানৰ বাবে তেওঁ আজি আগবাঢ়ি আহিছে, তাৰ পৰা তেওঁ কেতিয়াও উভতি নাযায়।

ইৰা তেওঁৰ কাষতে বহি থাকে। সমাজৰ এক আমূল পৰিবৰ্ত্তন আশা কৰিব নোৱাৰিলেও, তেওঁৰ বিশ্বাস যে আগত ভৱিষ্যত বৰ্ত্তমান-তকৈ অধিকতৰ যুক্তিপূৰ্ণ হব আৰু সময়ৰ লগে লগে সমাজৰ বহুত অনিষ্টকৰ কথা নাইকিয়া হৈ যাব।

বাতি হৈ আহে। কাষতে থকা ওখ আমগছ জুপিত কেঁচাই কুকলিয়াই উঠে। বাতিটো আৰু গহীন হয়।

গুৱাহাটীৰ বৰ নগৰৰ সক পথাৰ এখনত গণতন্ত্ৰৰ গুণ গাই মন্ত্ৰী এজনে বক্তৃতা দি থাকোঁতেই নগৰৰ এটি অংশত শোষক ধনী শ্ৰেণীৰ এক সম্প্ৰদায়ৰ ওপৰত হঠাতেই এটি তীব্ৰ আক্ৰমণ আৰম্ভ হ'ল। সিহঁতৰ ঘৰৰ লোৰ কপাট ভেদ কৰি ধনৰ টোপোলা কোনো অজ্ঞাত যুৱকৰ দলে কাঢ়ি নিলে। ঠাইয়ে ঠাইয়ে দুই-এটি ঘৰত অগ্নি সংযোগ হ'ল। ধনীকৰ ভেৰোণীয়া পালোৱানৰ লগত যুব শক্তিৰ ভেটাভেটি হ'ল। শোষক ধনীৰ ওপৰত এনে আক্ৰমণ হঠাতেই কৰবাৰ পৰা হোৱাত নগৰৰ নিবনুৱা দলৰ দুই-এক সংঘাতী লোকে ভূতৰ ওপৰত দানৱৰ দৰে এই ধনীৰ দলক তীব্ৰভাৱে আক্ৰমণ কৰিলে। হঠাতেই এটি অঘটন ঘটি পৰিল। সিহঁতে ফোন কৰিও কাকো নাপালে, কাৰণ ফোন সংযোগ আগতেই বিচ্ছিন্ন কৰি থোৱা হৈছিল। চাৰিবিশ জামুৰাৰীৰ মহা আনন্দৰ মাজত হুৱা-দুৱা লাগি পৰিল। কিন্তু ইয়াৰ চাবি-কাঠি ক'ত কোনেও উমান নাপালে। অসমৰ চাৰি সীমাৰ বাহিৰৰ পৰা ওলোৱা এখন বাতৰি কাকতে এটি খবৰ পোষণ কৰিলে যে, এই কাৰ্য্য গুপ্তভাৱে সংগঠিত হোৱা শক্তি-শালী লাচিত সেনাৰ।

ঘটনাৰ সন্ধিয়া পুলিচে গ্ৰেপ্তাৰ কৰিলে যুৱক নেতা প্ৰণৱক। তাৰ পিছদিনা আৰু কেইজনমান কলেজ আৰু বিশ্ববিদ্যালয়ৰ ছাত্ৰও বন্দী হৈ পৰিল। ইয়াৰ পিছত এমাহৰ ভিতৰতেই ছাত্ৰ, অ-ছাত্ৰ বহুত জন যুৱকক হাতকেৰেয়া দি বন্দীশালত সুমুৱাই থলে।

প্ৰণৱৰ গ্ৰেপ্তাৰৰ বাতৰি জীৱনে পাইছিল দৈনিক কাকতত। একালত যেতিয়া জীৱন শিক্ষক আছিল তেতিয়া তলৰ শ্ৰেণীত পঢ়ি থাকোঁতে প্ৰণৱ তেওঁৰেই অতি প্ৰিয় ছাত্ৰ আছিল। তেতিয়া প্ৰণৱৰ নাম আছিল সত্ৰীয়ানন্দ্যত। প্ৰণৱৰ গ্ৰেপ্তাৰত তেওঁ মনতেই গৌৰৱ অনুভৱ কৰিলে।

গুৱাহাটীত ১৪৪ ধাৰা জাৰি হ'ল, পিছতেই ভয়াবহ সান্ধ্য আইনে

যে-আইনীভাৱে সকলোকে গিলি পেলাবলৈ বকাসুৰৰ দৰে মুখ মেলি আকাশ-পাতাল চুলে।

বিদ্ৰোহী নগাৰ লগত হাত মিলাই অসমীয়াই অনা অসমীয়া ভাৰতীয়ক খেদি স্বাধীনতা ঘোষণাৰ বাবে গোপন প্ৰস্তুতি চলোৱা বুলি দিল্লীৰ বাতৰি কাকত এখনে এটি খবৰৰ বৰ দামামা বজোৱাৰ পিছত শ-শ যুৱকক বন্দীশালত সুমুৱাই থোৱা হ'ল। নিবাৰক নিৰোধ আইনৰ বন্ধন জৰী লৈ চিপাহী-চক্ৰবীয়ে ধুমুহাৰ সৃষ্টি কৰিলে। কেন্দ্ৰীয় চোৰাংচোৱাই সকলো পিনে চলাথ কৰি ফুৰিলে।

লাচিত শব্দটোৰ অৰ্থ কি? দিল্লী, বোম্বে, মাদ্ৰাজ, জয়পুৰ, ত্ৰিবান্দ্ৰমত একো বিচাৰি নাপালে। 'দেশতকৈ মোমাই ডাঙৰ নহয়' মহাবাণীৰো সন্ধান এই ঠাইত অজ্ঞাত। মাথো, সকলো পিনে অপ-প্ৰচাৰ কৰিলে—পৰ্ব্বতীয়া 'অহমীয়া'ৰ ই এক স্বাধীনতাৰ পাশবিক সংগ্ৰাম।

চোৰাংচোৱাৰ-"জেৰাত প্ৰণৱে খণ্ডতেই হেনো কৈ পেলালে যে দেশৰ যুৱক শক্তিয়ে দক্ষিণ মহাসমুদ্ৰৰপৰা পশ্চিম বায়ুৰ প্ৰভাৱত কু-মেৰু নামে চেঁচা পানীৰ বৈ অহা প্ৰবল বেঙ্গুয়েলা ( Benguala Current ) তৰঙ্গক বাধা দিবলৈ বদ্ধ পৰিকৰ হৈ পৰিছে। অসমক ধ্বংস কৰিবলৈ অহা চাৰ-গাছো সমুদ্ৰক ( Sargasso Sea ) বাধা নিদিলে অসম ভৈয়াম গুচি সমুদ্ৰ হৈ যাব। ভূগোলৰ জলমণ্ডলৰ জ্ঞান নথকা চোৰাংচোৱা আৰু চিপাহীয়ে ইয়াৰ ব্যাখ্যা কৰিলে নিশ্চয় আও প্ৰকাৰেই।

হেবিয়াচ কৰ্পাচত বন্দী হৈ থকা ছাত্ৰ যুৱকসকলে পৰীক্ষা দিয়াৰ সুযোগ বিচাৰি কৰা দাবীক উলাই কৰাত প্ৰণৱৰ লগতেই আৰু তিনিজনে আও মৰণে মৰো বুলি লঘোন দিলে। পিছত, জয় হ'ল ডেকাসকলেৰেই। কেবাবছৰো পঢ়া এৰি বি-এ পাছ কৰি শিক্ষক হৈ থকা প্ৰণৱে যে আকৌ এম-এৰ ছাত্ৰ, জীৱনে কাকতৰ বতৰাৰ পৰাহে জানিব পাৰিলে। তেওঁ গৌৰব বোধ কৰে। এই সকল দেশ-প্ৰেমিক যুৱকক লৈ জীৱনে সমগ্ৰ ৰাজ্য জুৰি সমাজৰ আত্ম-

প্ৰতিষ্ঠাৰ ভয়া-ময়া ৰূপৰ সৃষ্টি কৰিব। সমাজক বঞ্চিত কৰি প্ৰাকৃতিক সম্পদ সমূহকো মধিমূৰ কৰি পেটত ভৰোৱা দানৱসকলক বাৱণৰ সৈন্যৰ দৰে চেপেটা কৰি দিব পাৰিলে। জীৱনে কল্পনা কৰি ভ্ৰক হৈ যায়।

এনেতে চিপাহী এজনে আহি জীৱনক খবৰ দিলে যে মন্ত্ৰী অক্লান্ত ডাঙৰীয়াই তেওঁক হেনো চাৰকুইট হাউচলৈ মাতি পঠিয়াইছে। খবৰ-টোত তেওঁ কিছু অপ্ৰস্তুত হলেও, মন্ত্ৰীৰ আহ্বান ৰাজ-আজ্ঞা বুলি বেগাবেগিকৈ খোজ ললে।

তেতিয়া চৰকাৰী ভৱনত বহুত মানুহ। কেবাজনেও তেওঁৰ পিনে কেৰাহীকৈ চালে। দুই-একেই মনতেই ভাবিলে—বোধহয় বোৰ্ড বা বেচৰকাৰী অনুষ্ঠানৰ কিবা চাকৰি বিচাৰি আহিছে।

"নমস্কাৰ।"

"বহক, বহক, পেঞ্চনলৈ আহিনো কি কৰিছে? কিতাপ-পত্ৰ কিবা লিখিলে নেকি?"

মন্ত্ৰীৰ কথাত জীৱনে এটি কৃত্ৰিম হাঁহি মাৰি ক'লে, "হাতে লিখা নাটক আছে, কিন্তু ষ্টেজত ভাও নকৰাকৈ নাটক ছপা কৰি উলিয়াব নোৱাৰি, ক্ৰটী বৈ যায়।"

"প্ৰেছ লব খুজিছে বোলে, হয় নেকি?"

"টকাৰ অভাৱ, মনটো আছিল জীৱিকাৰ বাবেহে। থকা দিন কেইটা কোনোমতে চলিবলৈহে সৰু প্ৰেছ এটা লবৰ মন আছিল।"

কওঁ নকওঁ কৈ জীৱনে কথাখিনি কৈ উঠে।

মন্ত্ৰীয়ে খিল্ খিলকৈ হাঁহি কয়, "খোলা মানুহ, দেশৰ কামৰ বাবে নহলেও নিজৰ কামৰ বাবে যে দৰ্কাৰ, ঠিকেই।" তেওঁ আকৌ এবাৰ খিল্-খিলকৈ হাঁহি মাৰে।

"ৰাজনীতিত নাথাকিলে মানুহ তেনেকুৱাই হয় চাৰ।" চাৰ সম্বোধনত মন্ত্ৰীজনে সুখী হ'ল।

"লোনৰ এটি লওঁক, চৰকাৰী লোনন পাব নহয়, দৰখাস্ত দিলেই পাই যাব। ইমান বছৰ চৰকাৰৰ বাবে খাটিছে, নিদিব কিয়?"

কাষতেই বহি থকা খয়বামে লাহেকৈ মাত লগালে, "চৰকাৰৰ ওপৰতেই ভৰি তুলি খোৱা গৈছিল, এতিয়াও চৰকাৰকেই বুকুত ভৰিয়াই বৌ-ৰবালী খাব লাগে।"

খয়ৰামৰ অনাহূত কথাত জীৱনে মনত বেজাৰ পালেও, মন্ত্ৰীৰ প্ৰিয়লোক বুলি মুখেৰে একো নকৈ মাথো মূৰ দুপিয়াই ক'লে, "সেৱাৰ ভাৱতহে চৰকাৰী কাম কৰা হৈছিল। বৌ-ৰবালী নালাগে, পুঠি-খলিহা হলেই আমাৰ নিচিনা সৰু মানুহবিলাকৰ হৈ যায়।"

"সৰু নে ৰৰ জনা আছেহে, কি কোৱা।"

ৰৰ নিৰস ভাৱে খয়ৰামে কৈ উঠে।

বয়সত মন্ত্ৰীতকৈ খয়ৰাম ডাঙৰ। মন্ত্ৰীৰ আগত যেই-সেই কথা কৰলৈ তেওঁৰ সাহস আছে।

"আপোনালোকৰ আগত আমি ৰৰ হব পাৰোঁনে ? আমি সদায় লকৰেই।" জীৱনেঁ বিনীতভাৱে কয়।

"এওঁ সৰু, এম-এল-এ হৈ ডাঙৰ হব খুজিছে এতিয়া।" গোৰ-গোৰাই খয়ৰামে কৈ পেলায়।

মন্ত্ৰীয়ে হাঁহি মাৰি উভয় পক্ষ ৰাখিবলৈ ক'লে, "যি কোনো নাগৰিকেই ভাৰতত এম-এল-এ হব পাৰে আপুনিও হব পাৰে জীৱনেও হব পাৰে।"

উপস্থিত থকা মানুহ কেইজনমানে "হয় হয়" বুলি সমৰ্থন জনায়।

"আন এজনে কয়, "চাকৰি কৰিলেও এওঁলোকে সঁচাকৈয়ে দেশসেৱাৰ ভাৱতেই কৰিছিল।"

"দেশ সেৱকক সা-সম্পত্তি কিয় লাগেহে ?" খয়ৰামে অইন কালে মুখ কৰি কথাখিনি কৈ পকা চুলিখিনি লাৰিবলৈ ধৰে।

"দেশ-সেৱক হলেও ছুসাজ খাব লাগিব। এৰক, এৰক, বলক যাব লাগে আৰু এতিয়া। জীৱনক আমাৰ বহুত কামত লাগিব। গুণী মানুহক আমি এৰিব নোৱাৰোঁ।"

মন্ত্ৰীৰ কথাত খৰবাবৰ ভিভবৰন ক'লা পৰি গলেও, কৃত্ৰিম বেঁকা হাঁহি এটি মুখত প্ৰকাশ কৰি মানুহক দেখুৱায়।

জীৱনে একো নামাতি কন্তেক বৈ মন্ত্ৰীৰ পৰা বিদায় লয়।

মন্ত্ৰীৰ চিক্‌চিকিয়া মটৰ গাড়ীৰ বাহিৰেও আৰু তিনিখন জীপ্ যাবলৈ ওলাল। তেওঁলোকে গজিয়াৰ বাটেদি কাদঙলৈ যাব। তাত মানুহৰ অভাব অভিযোগৰ কথা শুনি বাঙাপানী পাব,তাত সকলোৰে দুপৰীয়াৰ ভোজন হ'ব।

সোঁ-সোঁ কৈ গাড়ীবোৰ ধূলি উকৰাই আগ বাঢ়িছে। গাড়ী অ'ত ত'ত বাখি মন্ত্ৰীয়ে মথাউৰিৰ অৱস্থা চাই গৈ কাদং পালে। সিদিনা কাদঙৰ সাপ্তাহিক হাট। বজাৰবেই একাষে বাটৰ পিনে মানুহৰ ঠক্‌বক্ লাগি ভাতৰ উতল অহা দিছে।

মন্ত্ৰীয়ে গাড়ী ৰাখিবলৈ ক'লে।

এজন দাড়ি থকা লোকে মন্ত্ৰীৰ গাড়ীৰ ওচৰলৈ আহি চিনাকি মানুহৰ দৰে কৰলৈ ধৰিলে, "আদাব চাৰ, বৰ অদ্ভুত ঘটনা। এমন ঘটনা আমাদেৰ এইখানে নাই হয়।"

"কি হৈছে?" মন্ত্ৰীয়ে সোধে।

"একজন বেপাৰীৰ চুৰি হৈছে অদ্ভুত ৰকমে।"

মন্ত্ৰী আৰু আন আন মানুহ সেই মানুহজনৰ পিনে চাই থাকিল।

"একজন লোকে একজন বেপাৰীৰ জামাৰ পিঠিত মানুষেৰ ময়লা ইকৰাৰ আগ দিয়া লাগাই দিছে। পাছে সেই লোকটাই বেপাৰীক কৈছে, মশায় আপোনাৰ জামাযতো ময়লা। বেপাৰী আচৰিত। জামাটা খোলাৰ আগতে পযচা থাকা বেপাৰীৰ জোঙলাটা মাটিত ৰাখি জামা খুলবা ধৰতেই জোঙলা নাই। জামা খুলি উঠি বেপাৰীয়ে জামাও নাপায়, জোঙলাও নাই।"

কাষতেই থকা কোনোবা এজন হাটুৱৈ লোকে ক'লে, "কোল-কাট্টা ফাঁকি চাব, কি ক'ব।"

সকলো আচৰিত হৈ উঠিল।

"মানুহজনক বিচাৰি উলিয়াই পুলিচক চমজাই দিয়ক" বুলি কৈ

ড্ৰাইভাৰে গাড়ী চলোৱাৰ ইংগিত দিলে। তেওঁ মনে মনে ভাবি গ'ল—বিয়েই নহওক, দেশৰ ইয়ো এটা প্ৰগতিৰেই লক্ষণ।

তেজিয়া তল চুপৰ। গাড়ীৰ ভিতৰতেই মন্ত্ৰীৰ মুখ মণ্ডল ঘ'দৰ ঘেঁচাত ৰঙা পৰি উঠিছে। তেওঁ গাড়ীৰ পৰা নমাৰ লগে লগেই গাওঁ পঞ্চায়তৰ সভাপতি বলজা অধিকাৰীয়ে নমস্কাৰ জনাই ফুলৰ মালা এধাৰ পিন্ধাই দিলে। ডা-ডাঙৰীয়া আৰু পা-পালীবে সৈতে তেওঁ গৈ অধিকাৰীৰ ভায়েক মথুৰা অধিকাৰীৰ চ'ৰা ঘৰত গৈ বহিল। তেওঁ-লোক বহিবৰ বাবেই চ'ৰা ঘৰটো সজাই থোৱা হৈছিল। মহাত্মা গান্ধী আৰু জৱহৰলাল নেহৰুৰ লগতে অধিকাৰীৰ নিজৰ ফটো এখনো তাত আঁৰি থোৱা আছে। তেওঁৰ পোচাক পৰিচ্ছদ জৱহৰ-লালৰ দেখিয়াই, সেয়েহে, গাওঁ অঞ্চলৰ বহুতেই তেওঁক ৰাঙাপাইনা জৱহৰলাল বুলিয়েই পিছত কোৱা কুই কৰে। তেওঁৰ আগত কিন্তু সৰ্ব্ব-সাধাৰণ প্ৰায়ে কম্পমান। মূৰত তেওঁৰ গান্ধী টুপীটো এইজনা মন্ত্ৰীৰ দৰে সদায় জিলিকি থাকে। অৱশ্যে, কোনো নাম-কীৰ্ত্তনলৈ গলে তেওঁ সেই টুপীটো খুলি থাখে, কিন্তু মন্ত্ৰীৰ মূৰৰ টুপীটো নাম-ঘৰৰ ভিতৰত নাম প্ৰসঙ্গতো নামি নাহে। এবাৰ এখন বৰ নাম সবাহত ডিম্বে নামৰ নিলাজ মুখপোৱা মানুহ এজনে থাপনাৰ আগত প্ৰসঙ্গ কালত বগা টুপীটো পিন্ধি থকাৰ বাবে প্ৰতিবাদ কৰোঁতে মন্ত্ৰী গৰাকীৰ পা-পালী কেইজনমানে ধৰি কিলাবই খুজিছিল, মন্ত্ৰী গৰাকীৰ মধ্যস্থতাতহে বেচেৰা ডিম্বে ৰক্ষা পৰে। এই ডিম্বেকেই ২৬ জানুৱাৰীৰ ধ্বংস কাৰ্য্যৰ লগত জড়িত থকা বুলি পুলিচে হাত-কেৰেয়া দি ধৰি নি তিনিমাহ হাজতত থৈ দিছিল। মানুহজন কিন্তু বিহু-গুটীয়া, ৰজাকো দেও বুলিব নোখোজে, কিন্তু তেওঁ বাইজৰ সমৰ্থন নাপায়।

বৰ অধিকাৰী জনাই মন্ত্ৰীক পালী পহৰীয়াবে সৈতে বহিবলৈ দি ভোজৰ তত্বাৱধানলৈ গ'ল।

লগে লগেই আহি পালে দাব নাৰিকলৰ পানী। মন্ত্ৰী গৰাকীয়ে একেলগে তিনিটা দাবৰ পানী খালে। লগত অহা সকলেও হেপাহ

পলুৱাই পানী খায়ে। তেওঁলোকৰ কেবাজনৰো কিন্তু এনে পানী খালে শৰীৰ সাঁত নলগে। বাঙ্গাপানী গাৱঁত, তেওঁলোকৰ ছাৰি-লাসৰ লাও যে পোৱা নাযায়, তাক তেওঁলোকে ভালকৈয়ে জানে, অন্ততঃ এনে দেখা শুনা ভাবে।

নানা জনে নানা কথা লৈ মন্ত্রীক দেখা কৰিলে। প্রাইমাৰী স্কুলৰ শিক্ষকৰ পদ প্রাৰ্থীও পাঁচজন আছিল, বাক্তিক পৰিবহন বাচৰ কন্‌ডাকটৰ হোৱাৰ হাবিলাসতো দুই-চাৰিয়ে দেখা কৰিলে, বাট্টাৰ মহৰী-খালাচীৰ প্রার্থীৰ বাপেকো দুই-চাৰি আহি মন্ত্রীক চালাম ঠুকিলে।

কল্পতৰুৰ দৰেই তেওঁ সকলো কথা শুনি শুনি সন্তোষজনক সমিধান দি গ'ল। তেওঁৰ টকটকীয়া ভৰা গাল দুখনিলৈ কোনো কোনোৱে ৰ লাগি চাই থাকিল।

অলপ পিছতেই সভাপতি অধিকাৰীয়ে আহি ক'লে, "বাপসকল, উঠিবৰ হৈছে।"

হিৰ্‌ হিৰ্‌ কৈ সকলোৱে উঠিল। মথুৰা অধিকাৰী আগহৈ তেওঁলোকক লৈ গ'ল।

"আহক, আপুনিও বহক" বুলি অধিকাৰীৰ পিনে চাই মন্ত্রীয়ে অনুৰোধ কৰিলে। ভালেই পালে তেওঁ। বহি পৰিল মন্ত্রীৰ কাষতেই।

বৌ মাছৰ প্ৰকাণ্ড মূৰ এটি মন্ত্রী জনাৰ পাতত জিলিকি আছিল।

"মোকহে দিছে দেখো?" মূৰটো দেখুৱাই মন্ত্রীয়ে হাঁহি হাঁহি কয়।

"আপোনাক দেখাকৈ দিয়া হৈছে আৰু আনবিলাকক নেদেখাকৈ দিয়া হৈছে অর্থাৎ ভাঙি মিহলাই দিয়া হৈছে।" সভাপতি অধিকাৰীয়ে অঙ্গি-ভঙ্গি দি কৈ যায়।

"দিয়ক দিয়ক, খাওঁক, মানাহৰ মিঠা মাছ।" মথুৰা অধিকাৰীয়ে কৈ উঠে।

মতহ খোৱা কেইজনৰ কিন্তু মতহুতহে মন। তথাপিও মন্ত্রীৰ

লগতেই বহি অন্ন-ব্যঞ্জন প্ৰশংসা কৰি তেওঁলোকেও খোৱাত লাগি যায়।

থেকেবাৰ আজাৰ পিছত, দৈ-পানীৰ সকলোকে দিলে।

"মন্ত্ৰী ডাঙৰীয়াৰ দৈ?" হাস্যৰসৰ সুৰত অধিকাৰীয়ে সোধে।

এনেতে এজনে কাঠৰ কঠৌলা এটি আনি মন্ত্ৰী গৰাকীক দৈ কাটি দিলে। কঠৌলাৰ দৈৰ গোন্ধটোৱেই সুকীয়া। নাকত সেই গোন্ধটো লগাত কেবাজনৰো জিভা লক্‌লকালে।

মন্ত্ৰীজনাই অধিকাৰীৰ পিনে চাই অলপমান হাঁহিলে।

"আজিকালি কঠৌলাৰ দৈ পাবলৈকেই নাই।"

মন্ত্ৰীৰ কথাষাৰ শুনি অধিকাৰীয়ে লাহেকৈ কয়, "ভ্ৰমণসূচী পোৱাৰ লগে লগেই এই বৈকুণ্ঠৰ বস্তুৰ ব্যৱস্থা কৰিবলৈ দিয়া হৈ গৈছে। ভোগৰ গৰাকী ভগৱান। পিছে, মানাহৰ মথাউৰিৰ কথাটোও মনত ৰাখিব, নহলে কঠৌলাৰ বস্তুও পানী হেন হৈ যাব।"

"ঠিক আছে।" মন্ত্ৰীয়ে গম্ভীৰ ভাৱে উত্তৰ দিয়ে।

কন্তেক জিৰণিৰ পিছতেই ৰাজহুৱা সভা। সেই ৰাজহুৱা সভাৰ ছপা-জাননী যথেষ্ট ভাৱেই প্ৰচাৰ কৰা হৈছিল। কিন্তু ৰাইজৰ উপস্থিতি হ'ল বৰ তাকৰ। গোৱালপাৰাৰ ফালৰ পৰা যোৱা দুই-চাৰি বা-বিষয়া আৰু শাসক শ্ৰেণীৰ নেতাৰ চিক্‌চিকাই থকা মটৰ-গাড়ী ফিয়াট কেইখন গৈ সভাৰ সৌন্দৰ্য্য বঢ়াইছে। কেইজনমান দুখীয়া মানুহে মন্ত্ৰীৰ বক্তৃতাতকৈ তেওঁলোকৰ গাড়ী কেইখনকেই চাই চাই তধা লাগিছিল।

মন্ত্ৰীয়ে দিছিল এটি দীঘলীয়া বক্তৃতা। সেই বক্তৃতাত মৃত্যুমুখী শক্তিশালী দল এটাক জীয়াই ৰখাৰ অৰণ্য-ৰোদনৰ কৰুণ ক্ৰন্দন যেন নিনাদিত হৈ উঠিছিল।

সভা ভঙাৰ পিছত তেওঁলোক সদলবলে লেংটিচিঙাৰ ঘাটেদি বিজনী বজাৰ তাহানিৰ ৰাজধানী অভয়াপুৰীলৈ ৰাওনা হ'ল।

বাটতেই এক অপ্ৰীতিকৰ পৰিস্থিতি। ঘাট পাৰহৈ মাটিত ভৰি দিয়াৰ লগে লগেই হঠাতেই বৰটোপৰ দৰেই এটি ধ্বনি উঠিল—

'দিতে হবে অন্ন, দিতে হবে বস্ত্র উদ্বাস্তু বিধবাকে।' লগে লগেই পাঁচ শ মূৰ খুৰোৱা অৰ্দ্ধ নগ্ন অৱস্থাৰ বৃদ্ধা বিধৱাই চাৰিওপিনৰ পৰা আহি মন্ত্রীজনাক ঘেৰাও কৰি পেলালে। সকলো মানুহ অবাক হৈ পৰিল। সহস্ৰ চিপাহীৰ দলটোৱে বন্দুকত লাগি থকা বায়োনেট টোৱাই প্ৰস্তুত হ'ল।

মন্ত্রী অক্লান্ত দেৱ আন মন্ত্রীৰ দৰে নহয়। বৃটিছ ৰাজক টগুনিয়াৰ সময়ত এনে ধৰণৰ চল-চাতুৰীত তেওঁ নিজেও অভ্যস্ত আছিল।

তেওঁ তেতিয়া সেই পাঁচ শ বিধবাৰ বাবে পাঁচ হেজাৰ টকাৰ মঞ্জুৰী আগবঢ়ালে। মন্ত্রীক আগবঢ়াই আনিবলৈ যোৱা বজাই-গাওঁৰ জালাল মহোদয়ে তেতিয়াই টকা পাঁচ হেজাৰ বিধৱা সকলৰ আগত উলিয়াই দিলে। সমস্যাৰ তাতেই সমাধান হ'ল।

মন্ত্রীৰ গাড়ীৰ পিচতেই আনবিলাক গাড়ী শিলগুটি দিয়া বাটেৰে গিৰ্‌গিৰাই আগবাঢ়ি গ'ল।

বিধৱাসকলৰ মাজত এটি হিৰ-হিৰাই ধ্বনি উঠিল, 'সংগ্ৰাম শক্তিশালী কৰো', 'সংগ্ৰাম শক্তিশালী কৰো।'

[ ৩ ]

ছয় মাহ লাচিত সেনাৰ অনুমানিক অপৰাধত আটক-বন্দী হৈ থকা প্ৰণৱ ৩১ জুলাইৰ দিনা মুক্তি লাভ কৰি গুৱাহাটীৰ ৰাজ-পথত ভৰি দিলে। তেওঁ ওলোৱা কথা তেতিয়া কোনেও গম নাপালে। তেওঁ ব্ৰহ্মপুত্ৰৰ পাৰত থিয় হৈ উত্তৰ গুৱাহাটীৰ মাজেদি চাই পঠালে একেবাৰে দীৰ্ঘেশ্বৰী পাহাৰলৈ। তাহানি লাচিতৰ দিনতেই যুদ্ধৰ বাবে প্ৰস্তুত কৰা পাহাৰ সদৃশ ওখ ৰাজ-গড় কেইটিমান যেন তেওঁৰ চকুৰ আগত ভাহি উঠিল। শিশুকালৰে পৰা তেওঁ এই গড়সমূহত কিমান হেজাৰ বাৰ বগালে তাৰ লেখ জোখ নাই। বুৰঞ্জীৰ হেজাৰ কাহিনী লৈ বৈ থকা বুঢ়া লুইতলৈ অন্তৰেদিয়েই তেওঁ এটি প্ৰণিপাত জনাই পূৰমুৱাকৈ খোজ পেলালে। পুঞ্জিপতিইঁতৰ মিলবিলাকৰ

সন্মুখেদি থকা একোটা গণেশ, একোটা হনুমানৰ মন্দিৰ কেইটা দেখি তেওঁৰ অন্তৰে ইতিকিঙৰ হাঁহি এটি মাৰি নিকুট শব্দ অন্তৰতেই বন্দী কৰি ৰাখিলে। প্ৰাচীন কালত এই কাল্পনিক দেৱতাবোৰৰ সৃষ্টি কৰি এটি বুদ্ধিজীৱী শ্ৰেণীয়ে ব্যৱসায়ৰ পাতনি মেলিছিল, মানুহৰ আত্মবলক বাধা দিয়াই দেৱতাৰ কৰুণা বিচৰাইছিল।

গৈ থাকোঁতেই বাটতেই লগ পালে চিৰিনাথ শইকীয়াক।

"নমস্কাৰ চাৰ।"

"অ' প্ৰণৱ দেখোহে, ক'ৰ পৰা আহিলা?" মুখলৈ জুমি চাই শইকীয়াদেৱে প্ৰশ্ন কৰে।

"কি কৰিম চাৰ, ঘৰৰ পৰা আহিলোঁ।"

"অ, হয় দিয়া বোপা। জীৱন ডাঙৰীয়াই এদিন কৈছিল তো।"

"তেওঁ ক'ত আছে? তেওঁৰ কাগজখন ওলাল নে?"

প্ৰণৱে শইকীয়াদেৱৰ মুখলৈ চাই ৰয়।

"উস্, ঘুচৰ-খন পাইছে, কি কৰিব নোৱাৰিব? পেন্সন লৈ সাধু সাজিব খুজিছে। চোৱা বোপা, মোৰ খাবলৈ নাই। তেওঁ কেচত্ৰ পৰোঁতে মোক নলবাৰীলৈ মাতি নিলে চিলঙলৈ পঠাও বুলি। পিছত দেখো ক'লে, যাব নালাগে। দহটা টকা দি মোক বিদায় দিলে। চোৱাচোন বোপা, মই দহোটা টকাৰহে মানুহ হলানে? মুখত শঙ্কৰদেৱৰ কথা, কাৰ্য্যত ওলোটাটো।"

প্ৰণৱে ভিতৰেদি বৰ বিষম পালেও বুঢ়ামানীলোক বুলি তেওঁৰ কথাৰ একো প্ৰতিবাদ নকৰি মাথো ক'লে, "জীৱন চাৰক বহুদিনৰ পৰাই লগ পাই আহিছো। চাকৰি জীৱনত গ্লানি সদায় থাকিবই, সেই গ্লানি মানুহজনৰ বাবে নহয়, চাকৰিৰ প্ৰতিক্ৰিয়াই সেইটো।"

"নকবাহে বোপা, তেওঁ ভাল নহয়, মুঠতে বেয়া।"

শ্ৰদ্ধা কৰা লোক এজনক আগতে এনেকৈ নিন্দা কৰাত প্ৰণৱে বৰ বিষম পালেও, নিন্দুক জনো বয়সীয়াল লোক বুলি তেওঁ মনে মনে থ'ল। বহুদিনৰ পৰা থকা সন্মানৰ ভাৱ চিৰিনাথ শইকীয়াৰ প্ৰতি সিদিনাই তেওঁৰ অন্তৰৰ পৰা বহুত খিনি টুটি প'ল।

"যাওঁ চাৰ, মোৰ কথাটো শুনিলেই, মই এইমাত্ৰ ক'ৰ পৰা গুলাই আহিলোঁ।"

"এস্ তোমালোকৰ ঘৰেই বা কি, জেনেই বা কি ? ল'ৰা মানুহ, ঘৰত থকাতকৈ বৰং এনেকৈ ঘূৰি ফুৰাই ভালহে। নিজৰো নাম হ'ল, দেশৰো কাম হ'ল। অ' টকা পাঁচটামান দিয়াহে।"

প্ৰণৱ কিছু অপ্ৰস্তুত হ'ল। তেওঁৰ তেনে এটি অৱস্থাত টকাৰ কথা কোৱাত বৰ আচৰিত হৈ পৰিলেও, নিজৰ হাতত থকা সাত টকা পঞ্চাশ পইচাৰ পৰা পাঁচটি টকা তৎক্ষণাত উলিয়াই দিলে।

"দুটকা পঞ্চাশ পইচা মই ৰাখিলোঁ চাৰ," বুলি কৈ প্ৰণৱে পইচাখিনি শইকীয়াক দেখুৱালে।"

"খুচুৰাখিনি দিয়া, দুটা টকাৰেই তোমাৰ কাম চলি যাব।"

প্ৰণৱৰ হাতৰ মুঠিৰ পৰা তেওঁ নিজেই পইচাখিনি গণি উলিয়াই নিলে।

প্ৰণৱে এটি মিচিকিয়া হাঁহিমাৰি মুখেৰে একো নামাতিলে।

"যোৱা বাপা, ঈশ্বৰে ভাল কৰিব যোৱা তোমাৰ, ভাল মানুহৰ আগত জীৱনৰ কথা নকবা, ক'ৰবাত অপমানহে পাবা।"

প্ৰণৱৰ অন্তৰখন ক'লা পৰি যোৱাৰ নিচিনা হ'ল। বিৰক্তিত তেওঁ এঁকা নকৈ বেগাই খোজ ললে।

বিচিত্ৰ মানুহ। শ্লীলতাহীন গীত কেইটামান লিখি, অজ্ঞানী শিশুৰ বাবে সাধুকেইটামান লিখি আৰু নিজৰ দৰিদ্ৰতাৰ কথা লোকৰ আগত গাই ফুৰি আনৰ অনুগ্ৰহ প্ৰাৰ্থী হৈ কিবা বোধহয় আনন্দ পায় মানুহজনে। জনা নাছিলোঁ, তেওঁ যে লোকৰ নিন্দাবাদ প্ৰচাৰ কৰি ফুৰে। ভাবি ভাবি প্ৰণৱে হোটেলৰ ফালে যাওঁ বুলিয়েই ভাবিলে। কিন্তু তেওঁৰ হাতত যে মাথো দুটা টকাহে আছে। তেওঁ পুনৰ পশ্চিমমুৱা হৈ মাছখোৱা বাচ ষ্টেচনৰ ফালেই খোজ ললে, সস্তিয়া হোটেল তাতেই আছে।

পাগুৰী মৰা শিখ মেনেজাৰ জনে তেওঁক হোটেলৰ সমুখত বৈ যোৱা দেখিয়েই মাত লগালে, "আহক বাবুজী আহক।"

"মাত্র ভাত দাইল দিবলৈ কওক।"

মুখখন ধুই প্ৰণৱে চকি এখনত বহিল। আৰু দুই-চাৰিয়ে ভাত খাইছে। বেছিকৈ মাংস লৈ খোৱা কেইজন বাচৰ মানুহ, বাকী কেইজন দালি-ভাত খোৱা তেওঁৰ দৰেই হয়তো পইচা নোহোৱা লোক, থাকিলেও হয়তো, কোনোবাই ডকা দি লৈ গৈছে, ডকাইতজন হয়তো কোনো ভদ্ৰ মানুহো হব পাৰে।

অলপ আঁতৰতেই প্ৰাইভেট বাচৰ কণ্ডাক্টৰসকলৰ চিঞৰ-বাখৰে ঠাইখিনি যেন উৰুলিকৃত কৰি তুলিছে।

এনেতে এজন বয়সীয়াল মানুহৰ লগত এজনী ছোৱালী আহি হোটেলৰ সমুখত থিয় হওঁতেই মহাজনে টুপুৰকৈ মাত লগালে, "আহক, হাতধুই ভিতৰৰ কেমেৰাটোত বহক।"

তেওঁলোক ভিতৰলৈ সোমাই গ'ল।

প্ৰণৱে লাহেকৈ মুৰ দাঙি চোৱাত ছোৱালীজনীৰ চকুতেই চকু পৰিল। ধুনীয়া দীঘল চকু তাইৰ, গাত হালধীয়া শাৰী এখন, থিক গেৰু ৰঙো নহয়, বিৰাগ আৰু আবেগৰ মাজতেই যেন এটি নতুন ৰং। প্ৰণৱৰ মনটো ভাল লাগি গ'ল। বহুত দিনৰ পিছত কিবা এটা মানৱতাৰ বাতৰিহে যেন সি পালে। ভাত খোৱা তাৰ ধীৰ হৈ আহিল।

খাই উঠি প্ৰণৱে বাহিৰত পাৰি থোৱা অতি পুৰণি বেঞ্চ এখনত বহি নিজৰ জেপৰ পৰা মলিয়ন ৰুমালখনেৰে মুখখন মচি ললে। সমুখত থকা কৰ্ম্মব্যস্ত নগৰখনে তাক যেন উপলুঙা কৰিহে উঠিল। বছৰটো তাৰ নষ্ট হ'ল। পৰীক্ষা আৰু দিয়া নহব। ঘৰলৈ উভতি গৈয়ো তাৰ লাভ নাই। জেল খাটিবলৈ যোৱাত ভয়াতুৰ মাষ্টৰ ককায়েকে তাক আৰু কেতিয়াও ভাল নাপায়।

হঠাতেই তাৰ মনত খেলাই গ'ল অসম প্ৰেছৰ মালিকৰ ওচৰলৈ গৈ, তেওঁৰেই সাপ্তাহিক আলোচনী কাকত "অসমদেশ"ত সহকাৰী পদ এটাকেই বিচাৰি লোৱা যাওক।

হোটেলৰ মেনেজাৰে প্ৰণৱৰ মুখলৈ চাই সুধিলে, "ভাইটিৰ ঘৰ ক'ত ? কলেজ পঢ়িবলৈ এবি দিছে হবলা ?"

"একৰকম এৰাৰ নিচিনাই হৈছে।"

"ধনীৰ পোষণ বন্ধ কৰিব নোৱাৰিলে পঢ়িয়েই বা জীৱিকা উলিয়াব কেনেকৈ ? ২৬ জানুৱাৰী ধনীক বধ পৰ্ব্বটো ভালেই হৈছিল। সিহঁতক একেবাৰে খেদিব লাগিছিল।"

"আপোনাৰ ঘৰ ক'ত ?" প্ৰণৱে কৌতুহলেৰে প্ৰশ্ন কৰে।

"গোৱালপাৰাৰ কৃষ্ণাইত আছিল। তাতে এজন ভাই এতিয়াও আছে, কাৰনিচাৰ হাউচ এখন খুলি কোনোমতে চলিছে। ধনীৰ হোটেলে নগৰ চাটি পেলাইছে, মানুহ নাহেই আমাৰ দৰে এনে দুখীয়া হোটেললৈ, দাম দিও মানুহে ভাল হোটেলত আৰাম কৰিবলৈ বিচাৰে।"

মানুহজনে তেওঁৰ দাৰিখিনি পিছে। দাৰিৰ সৰহ ভাগেই তেওঁৰ বগা পৰি আহিছে। গোটেইখিনি বগা পৰিলেহে তেওঁ দেখাত শুৱনি হৈ আহিব।

"আপোনাক মই পশ্চিমীয়া মানুহ বুলিহে ভাবিছিলোঁ, পিছে দেখিলোঁ আপুনি খাটি অসমীয়া মানুহ।"

তেওঁ এটি হাঁহি মাৰি কলে, "আমাৰ অনা অসমীয়া বস্তু এই দাৰিখিনিয়েই। অৱশ্যে অমৃতসৰলৈ এবাৰ গৈছিলো, তাৰেই গুৰুদ্বাৰত ধৰ্ম্মলৈ আহিলোঁ। পিছে এতিয়া আৰু অসম ৰাজ্যতেই। ইয়াৰেই মানুহ আমি, ইয়াতেই উপজিছোঁ, মৰণো ইয়াতেই।"

অলপ আগতেই ছোৱালীগৰাকীৰ সৈতে সোমোৱা মানুহজন ভাত খাই উঠি আহি মূল্য দিবলৈ থিয় হ'ল।

"ঐ ল'ৰা কিমান হ'ল ঐ ?"

"দুই টকা চাৰি অনা।"

মেনেজাৰে মিচিকিয়া হাঁহি এটিৰে হাত মপতাকৈয়েই যেন দাম বিচাৰিলে।

মানুহজনে মেনেজাৰ আৰু প্ৰণবৰ কথা বতৰা কিছু শুনিলে। পইচাখিনি উলিওৱাৰ লগে লগেই মানুহজনে বিস্ময় ভাবত কৈ গেলালে, "আপোনাক অসমৰ মানুহ বুলি ভাবিবই নোৱাৰি। সঁচাকৈয়ে অসম বিচিত্ৰ দেশ। কামৰূপীয়া বেজে যে বিদেশীক ভেড়া কৰিছিল থিকেই।"

"আপোনাৰ ঘৰ ?"

"ঘৰ বুলিবৰ কৰলৈ গলে আমাৰ এতিয়া একেবাৰেই নাই। স্বাধীনতাৰ আগত আমাৰ ঘৰ পূৰ্ব্ববঙ্গৰ ৰংপুৰত আছিল। দেশ ভঙাৰ পিছতেই আমি ইয়ালৈ আহিলোঁ। এই ছোৱালীটিৰ জন্ম হ'ল কোচবিহাৰত। তাতেই তাইৰ মাক মৰিল। মাক মৰাত পুৰলৈ আহি কচুগাঁওত থাকিলোঁ। তাতো স্থানীয় কোনো কোনো লোকে দৌৰাত্ম্য কৰাত ক্ৰমাৎ পুবলৈ আহি ৰঙিয়া, থৈৰাবাৰীত বৈ বৈ গলোঁ ডিমাকুচীৰ ফালে। তাতেই দুকঠামান মাটিত পজা সাজি হোমিওপ্যাথিক ডাক্তৰী কৰি জীৱ দুটি জীয়াই আছোঁ। ভগৱানৰ ইচ্ছাত তাত শঙ্কৰ ভক্ত সাধু এজনে আমাক বৰ সহায় কৰিছে।"

একেলগে ইমানখিনি কথা শুনিবলৈ মেনেজাৰৰ ধৈৰ্য্য নাছিল যদিও, মানুহজনক বাধা দিব নোৱাৰি সকলো কথা শুনি গ'ল।

বাপেকে কথা কৈ থাকোতে ছোৱালীজনীয়ে মেনেজাৰৰ মুখলৈ চোৱাৰ লগে লগেই প্ৰণবৰ মুখলৈও চাইছিল।

ডিমাকুচীৰ কথা কোৱাত প্ৰণবৰ শিশুকালতেই লগ পোৱা হৰিসেৱক নামৰ লোক এজনলৈ মনত পৰিল।

"সেই সাধুজন কোন ?" প্ৰণবে প্ৰশ্ন কৰিলে।

"তেওঁৰ নাম হৰিসেৱক। তেওঁ সকৈ তাত এখন আশ্ৰম পাতি আছে। পূৰ্ব্বতে বাগানত কুলি কাম কৰা অতি গৰীব মানুহ কিছুমান তেওঁৰ শিষ্য।"

"অ' বুজিছোঁ, মামাহঁতৰ ঘৰত থাকি স্কুলত পঢ়া সময়তেই তেওঁক লগ পাইছিলোঁ, তেতিয়া তেওঁক আমি বহুত ছাত্ৰই আতা বুলি মাতিছিলোঁ।"

মেনেজাৰৰ আৰু কথা শুনিবলৈ সময় নাছিল। তেওঁ নমস্কাৰ জনাই কলে, "বিদায় হে দিহোদে।"

"নমস্কাৰ"।

তিনিও মটৰ-ষ্টেণ্ডৰ ফালে লাহে লাহে খোজ লয়।

"এওঁ আপোনাৰ ?"

"আমাৰেই ছোৱালী। বৰ হতভগীয়া। মাকক হেৰুৱালে কেঁচুৱাতেই। ডাঙৰ ভায়েক দুজনক দেশ বিভাজনৰ সময়ত পলাই আহোঁতে বাটতেই দুচেও কৰিলে। এই ছোৱালীটিক লৈয়েই অসম সোমালোঁ। তাই হাইস্কুল পাছ কৰিলে। তাইক কিবা ট্ৰেইনিঙত দিবৰ মন আছিল।"

মানুহজনে দীঘলকৈ এটি হুমুনিয়াহ পেলালে।

প্ৰণৱৰ মনটো বৰ বেয়া লাগি গ'ল। এটি নিঃসহায় পৰিয়ালক সহায় কৰিবলৈ তাৰ মনত হাবিলাস জন্মি উঠিল।

"আপোনালোক এতিয়া কলৈ যাব ?"

মানুহজনে কি উত্তৰ দিব একো কৰ নোৱাৰি এটি বিমূঢ় ভাব দেখুৱালে।

এনেতে তেওঁৰ জীয়েকটিয়ে ইমান সময় মনে মনে থকাৰ পিছত লাহেকৈ মাত লগালে, "কলৈ গলে বাৰু আমাৰ কাম হব আপুনিয়েই পৰামৰ্শ দিয়ক আৰু আপুনি আমাক এতিয়াই এৰি নাযাব। একো নহলে আমি আকৌ ডিমাকুচীলৈকেই ঘূৰি যাম।"

প্ৰণৱ যেন কিছু বিপদত পৰিল, কাৰণ জেলৰ পৰা ওলাই আহি ঘৰ পোৱা নাই, আনকি এজন বন্ধুকো লগ ধৰিব পৰা নাই।

"আপুনি ক'ৰ পৰা ইয়ালৈ আহিছে ?"

"বাৰু তোমাৰ নাম ?" প্ৰণৱে সোধে।

"মোৰ নাম প্ৰিয়া। বাবাৰ নাম অমৰ দত্ত। আমি দুটাই আমাৰ পৰিয়াল।"

দত্তই জীয়েকৰ মুখলৈ চাই অন্তৰত স্নেহৰ তৃপ্তি এটি অনুভব কৰে। মনে মনে ভাবে জীয়েকৰ মৰমত ভগৱানে এটি আশ্ৰয় পঠিয়াই দিছে।

প্ৰণৱৰ অন্তৰত যেন এটি বিজুলী ছিৰ্‌মিৰ্‌কাই গ'ল।

প্ৰিয়া! নামে-কামে প্ৰিয়া! প্ৰণৱে ভাবে। কিন্তু প্ৰিয়াইতৰ লগত লাগি থাকিবলৈ তাৰ যে সময় নাই। আন নকৰিলেও, গাঁৱলৈ গৈ সি অন্তত মাকক এবাৰ দেখা কৰি আহিব লাগিব। সি জেলৰ পৰা ওলোৱা খবৰ মাকে এতিয়াও পোৱা নাই।

"আপোনাৰ চমু পৰিচয় এটি দিয়ক।"

প্ৰিয়াৰ কথাবাৰিত এটি মৃদু হাঁহি মাৰি প্ৰণৱে কবলৈ ধৰিলে, "আমাৰ ঘৰ নলবাৰীৰ কাষৰেই এখন গাঁৱত। মই এম-এ পঢ়ি আছিলোঁ, পিছে এটি বিপৰ্য্যয়ত আজি ছমাহ হ'ল কলেজ কৰিব পৰা নাই। বোধহয় এই বছৰ আৰু পঢ়া নহব। ইপিনে ঘৰলৈ গৈ আইৰ খবৰ লৈ আহিব লাগে। বয়স হৈছে, তেওঁৰ শৰীৰ বাৰু নহয়।"

দত্তই ৰ লাগি প্ৰণৱৰ মুখৰ পিনে চাই থাকে।

প্ৰিয়াৰ মাক নাই। মাকৰ কথাও তাইৰ মনত নপৰে। প্ৰণৱৰ মাকৰ বাতৰিত্ত মাকৰ প্ৰতি থকা এটি হাবিলাস তাইৰ জাগি উঠে।

"মাক-বাপেক সন্তানৰ দেৱতা। তেওঁলোকৰ নিশ্চয়ই খবৰ কৰিবই লাগিব।" দত্তই দৃঢ়তা প্ৰকাশ কৰি কয়। "আমাকো পাৰিলে এটি পৰামৰ্শ দি যাওঁক।"

"গুৱাহাটী নগৰত ছোৱালীজনীয়ে কিবা এটা কৰিব পাৰিব, মই ভাবি নাপাওঁ। আপোনাৰ এওঁৱেই সম্বল। আপোনাৰ লগত ৰাখি, নাইবা, পঢ়িবলৈ দিব নোৱাৰিনে?"

প্ৰণৱৰ কথাবাৰত প্ৰিয়াৰ জীৱনলৈ এটি যেন নেদেখা জীৱনৰ ম্লান ছবি আগবাঢ়ি আহে।

"পঢ়াব পাৰিলেইতো উত্তম, কিন্তু হোমিওপ্যাথিকৰ বাকচ এটিৰে সেইটো জানো সম্ভৱ।"

দত্তই বৈ যায়।

প্ৰণৱেও আৰু কথা বিচাৰি নোপোৱাৰ নিচিনা হয়।

"বলক এখন হোটেললৈ যাওঁ। আমাৰ আজি যোৱা নহয়। যদি সম্ভৱপৰ হয় নিশাটো আপুনিও তাতেই থাকিব।"

তেওঁলোকে লাহে লাহে খোজ কাঢ়ে।

"অ হৰিসেৰকক চিনি পায় ?" প্ৰিয়াই সোধে।

"খুব ভালকৈ জানো। আমাৰ সৰুকালত আমাৰ সকলোৱে তেওঁ আতা আছিল। সেই অঞ্চলত যে তেওঁ থাকে জানো, যোৱাহে নাই।"

"এবাৰ ওলাবচোন সিপিনে। তেওঁক সকলো ল'ৰা-ছোৱালীয়ে তাত সেৱক আতা বুলি মাতে। অতি মহৎ লোক।"

ব্যস্ততাপূর্ণ বাটেৰে তেওঁলোক হোটেলৰ পিনে আগ বাঢ়ি যায়।

[ ৪ ]

সমাজত আজি চাৰিওপিনে জুই জ্বলিছে। ১৯২১ চনৰ পৰা আৰম্ভ হোৱা বিপ্লৱ অগনি ১৯৪২ চনত চূড়ান্ত ৰূপলৈ শেষ হোৱা বুলিয়েই দেশৰ সৰহ সংখ্যকেই ভাবিছিল। তেন্তে ১৯৪৭ চনৰ পিছত কিয় আকৌ দেশত জুই জ্বলে ? দেশ স্বাধীন হ'ল, ৰাইজৰ নির্ব্বাচিত প্ৰতিনিধি মিলিত হৈ গণতন্ত্ৰৰ ৰচনা কৰিলে, তেনেস্থলত ৰাইজৰ মাজত যুৱক শ্ৰেণীৰ মাজত, ছাত্ৰৰ মাজত জুই জ্বলে কিয় ? তথাপিও, এই জুইৰ মাজেদিয়েই সমাজৰ প্ৰগতিৰ লৌহ-চক্ৰ হিৰ্-হিৰ্ গিৰ্-গিৰ্কৈ অসমতাক মষিমূৰ কৰি আগ বাঢ়ে।

ইতিমধ্যে জীৱনে দুজনী ছোৱালী বিয়া দি বহুত মুকলি হৈ পৰিছে। ডাঙৰ ল'ৰাটোও তেওঁৰ একৰকম খুটি খাব পৰা হৈছে। তেওঁ নিজৰ ঘৰৰেই একাংশত প্ৰেছ এটা থাপনা কৰি পূৰ্ণ উদ্যমে সাংবাদিকতাৰ কামত লাগো বুলি মনস্থ কৰি কাম আৰম্ভ কৰিছে। ইয়াৰ ভিতৰতেই শ্ৰমজীৱী শক্তি সংঘৰ সংগঠনে দেশত এটি নতুন বাতাবৰণৰ সৃষ্টি কৰি আহিছে।

বিপুল মহাজনে নিজে তাত যোগ নিদি মাথো টকাৰে সহায় কৰোঁ বুলি আগবাঢ়ি অহাত সংঘই তেনে সাহায্য অস্বীকাৰ কৰিলে। তথাপিও মহাজনে তাত সমৰ্থন জনাই কলে যে তেওঁ প্ৰকৃত শ্ৰম-

জীৱী লোক। কঠোৰ শ্ৰমৰ মাজেদি তেওঁ আজি থিয় হৈছে। তেওঁৰ পিতৃৰ ঘৰ দুখতেই দিনবোৰ গৈছে। ইংৰাজ চৰকাৰৰ দিনত তেওঁলোকে মানুহ হৈ থিয় হবলৈকেই কোনো সুযোগ নাপালে। অক্লান্তৰ বাহিৰে কোনো ৰাজনৈতিক লোককেই নিৰ্ব্বাচনত থনেৰে তেওঁ সহায় কৰা নাই। মন্ত্ৰীজনে নানা ফন্দিৰে তেওঁক সহায় কৰাতহে দুপইচা তেওঁৰ হাতলৈ আহিছে, কিন্তু প্ৰত্যেক শ্ৰমজীৱী লোককেই নিজৰ দেশৰ গৰাকী বুলি অনুভৱ কৰাৰ পৰা অৱস্থাৰ সৃষ্টি কৰিব লাগে। সংঘৰ সভ্যসকলে বিপুলৰ কথাত সমৰ্থন জনাই বাট চাবলৈ উপদেশ দিলে।

এদিন সুজুৰ সন্ধিয়া। জীৱন আৰু তেওঁৰ পত্নী ইৰা তেওঁলোকৰ ঘৰৰ চাদত বহি গল্প কৰিছে। বহুতদিনীয়া কথাবোৰ তেওঁলোকে উলিয়াইছিল। চাকৰি জীৱনত থাকোতে বহুতৰেই লগত তেওঁলোকৰ নিবিড় বন্ধুত্ব হৈছিল। তাৰেই কিছুমানৰ খবৰ একেবাৰেই নাপায়। দুই এজনৰ পৰা এতিয়াও চিঠিপত্ৰ আহে। ল'ৰা বা ছোৱালীৰ বিযাত কোনো কোনোৱে এতিয়াও ছপা চিঠি পঠায়। অতীতৰ সোঁৱৰণীবিলাকে তিতা-মিঠা উভয়কে কেতিযাবা আনি দিয়ে।

কথাৰ মাজতেই ইৰাই হৰি সেৱকৰ চিঠিখনৰ কথা উলিয়ালে।

"খাই উঠাৰ পিছতো উদ্ধৱনাথ আহি পালে পুনৰ চকটো নতুনকৈ ধুই ভাত দাইল ৰন্ধা হয়। যি কেইবিধ আচাৰ থাকে সকলোৰে এটুকুৰকৈ দিয়া হয়, কাৰণ তেওঁ নিৰামিষি। পিছে দেখিলে, তেওঁ হেনো আপোনাৰ বদনামহে গাই ফুৰিলে। আকৌ চিৰিনাথ শইকীয়াক মাতি নি সভাপতি পতাই দিয়ে, কিমান খুৱায়, পিছে কি কৰিলে?"

নিৰুৎসাহৰ ভাৱত ইৰাই কয়।

"কৰক দিয়াহে, কওঁক দিয়া, বুজা নাছিলোঁ। উদ্ধৱদেৱ উদাসীন লোক, পৰিব্ৰাজকৰ দৰে ঘূৰি ফুৰে। ঘৰলৈ আহিলে, এসাজ খুওৱাটো আমাৰ কৰ্ত্তব্য। শইকীয়াদেৱক বয়সীয়াল মানীলোক

বুলিয়েই মনে আদৰ কৰিছিলোঁ। ভুলৰ উপলব্ধিবোৰ মানুহৰ পিছতহে হয়। কিন্তু এপিনেদি ই একো ভুলো নহয়।

জীৱনৰ মনটো বিষাদে চাটি ধৰে।

সম্বল থকা অৱস্থাত যিবিলাকক আমি খুৱাইছিলোঁ, সেইবিলাকেই দেখো আমাৰ শক্ৰতা আচৰণ কৰিলে। আপুনি মানুহ চিনি নেপায়।

"বদনাম ৰচিনো কি কৰিবহে? বৃদ্ধ এজন সাহিত্যিক বুলিয়েই শইকীয়াদেৱক শ্ৰদ্ধা কৰোঁ, তেওঁ যদি মোৰ প্ৰতি বাহিৰত মানুহৰ আগত তেনে কথা কয়, তেনেহলে মানুহেও তাক বুজিব।"

"হলেও মনত বেয়া লাগে। আমি ধুবুৰীত থাকোতে তেওঁ গৈ পাবৰ দিনা ২১ খন লুচী তেওঁ খাইছিল, খুৱাই আনন্দ পাইছিলোঁ। পিছে তেওঁ সেইবোৰ পাহৰিলে।"

ছুয়ো খন্তেক মনে মনে থাকিল।

জীৱনে ভাবিলে সঁচাকৈয়ে যিবিলাকক তেওঁ বন্ধু বুলি ভাবিছিল, সেইবিলাকৰ পৰাই তেওঁ সময়ৰ সোঁতত প্ৰবঞ্চিত হ'ল। কিন্তু তাৰ বাবে তেওঁৰ বেজাৰ নাই।

তেতিয়া জুৰ বতাহ এচাটি ছুয়োৰো গাত লাগিছিল। ছুয়োৰো জীৱনৰ মধুৰ সোঁৱৰণী কিছুমান ছুয়োৰো অন্তৰত ভাঁহি উঠিছিল। বিবাহৰ ছুদিন পিছতেই পতা 'দৰা কইনাৰ পাতত ভাত দিয়া' ৰাতিৰ পৰাই ছুয়োৰো যেনে মিলাপ্ৰীতিত দিনবোৰ গ'ল, ছুয়োৰো জীৱনৰ সেয়ে ডাঙৰ সম্পদ।

বিয়াৰ প্ৰথম মাহতেই এটি ঘটনা হৈছিল—প্ৰথম ঋতু-স্নানৰ পিছত ইৰাই মূৰ আচুৰি চুলিখিনি কণিতেই পাহৰি এৰিলে, ইচ্ছা কৰি নহয়, বাহিৰত কোনোবাই মতাত লৰালৰিকৈ তেনেকৈয়েই এৰি থৈ গুচি গ'ল। তেওঁৰ চুলিবোৰ কিচকিচিয়া ক'লা তেতিয়া নাছিল, অলপ বগুচুৰা আছিল। জীৱনে কিচ্‌কিচিয়া ক'লা চুলিতকৈ অলপ বগা পৰা চুলিহে ভাল পায়। চুলিখিনি তেনেকৈ এৰি থোৱা জীৱনে হঠাতেই দেখা পাই, লৰালৰিকৈ উলিয়াই নীলা এন্‌ভালাপ এটাত ভৰাই থলে। অলপ পিছতেই ইৰা আহি দেখে যে কণিখন

পৰিকাশ হৈ আছে। তাই মনে মনে থাকিল। হয়াহ পিছত দেখে যে কিতাপৰ চেল্‌ফত কিতাপবিলাকৰ মাজত এটি ধুনীয়া নীলা এন্‌ভালাফ। লৰালৰিকৈ আনি চায় যে, ভিতৰত এসোপা চুলি। প্ৰথমতে সন্দেহ হৈছিল, হঠাতেই মনত পৰি গ'ল সিদিনা ফণিধনৰ পৰা চুলিখিনি হেৰাই যোৱা কথাটো। পিছে চুলিচোৰ ধৰা পৰা বুলি মৰমৰ যুদ্ধ এখন দুয়োৰো ভিতৰত বাকৈয়ে হৈ গৈছিল।

সেইবোৰ কথাৰ বহুত দিন হৈ গ'ল। দিন গলেও স্মৃতি থাকে। তেওঁলোকৰো দুয়োৰো অন্তৰত সেই মধুৰ স্মৃতিবোৰ আছে।

তলৰ পৰা সৰু ছোৱালীটি উঠি আহি খবৰ দিলে, "দেউতা, দাস জেঠাদেউ আহিছে।"

"গৈছো, বহিবলৈ দে।"

দুয়ো নামি আহে। ইবা গৈ ঘৰুৱা কামত লাগে। জীৱনে বৈঠকখানালৈ আগবাঢ়ে।

"অ' বহক। ক'ৰাবলৈ এই কেইদিন গৈছিল নেকি?"

"নাই যোৱা ঘৰতেই বেমাৰ পাতি। সৰু মাউৰীয়াটোৰ এই চাৰিদিন জ্বৰ হৈছিল। সিপিনে আইৰতো এজ্‌মা লাগিয়েই আছে।"

"লিখা কাম?"

"একো কৰিব পৰা নাই। আগতে ভাবিছিলোঁ, অৱসৰ পালে কাম কৰিব পৰা যাব, এতিয়া দেখিছোঁ—অৱসৰ মানে অৱসাদ। অৱশ্যে তোমাৰ কথা সুকীয়া।"

কথাখিনি কৈ দাসে বগা পৰি যোৱা চুলিখিনি পিহিব ধৰিলে।

"মই অৱসৰৰ বাবেই আগৰ পৰাই প্ৰস্তুত হৈছিলো আৰু ভাবি থিক কৰিছিলোঁ যে অৱসৰৰ তাৰিখৰ এবছৰ আগতেই বিদায় লম, কিন্তু কথাটো হৈ নুঠিল।"

"মানুহৰ জীৱনৰ লেঠাবোৰ মৰিয়েই নাহে। তথাপিও তাৰ মাজতেই আমি যিখিনি সৎ কাৰ্য্য সম্ভৱপৰ হয় কৰি যাব লাগিব। সৎকাৰ্য্যই সমাজৰ কাৰ্য্য।"

"থিকেই আমাৰ সকলো কাম সমাজমুখী হোৱা উচিত। পিছে, আজি সমাজত নানা বৈষম্য অহাত বহুতৰেই সমাজৰ প্ৰতি আস্থা হেৰাই যোৱা যেন লাগে।"

জীৱনে দাসদেৱৰ মুখৰ পিনে চাই ৰয়।

"ভাতৃত্বৰ ভাৱ আঁতৰিলেই সমাজৰ প্ৰতি মানুহৰ আস্থা নোহোৱা হয়।"

"ৰৰ সমিধান এটা দিলে আপুনি। মই কিন্তু কথাটোৰ মীমাংসাৰ আঁত উলিয়াব পৰা নাছিলোঁ।"

এনেতে সৰু ছোৱালীটিয়ে তামোল দিবলৈ আহি তেওঁলোকৰ পিনে চাই ৰয়।

পাণ তামোল এখন লৈ দাসে ছোৱালীটোৰ পিনে চাই হাঁহি কয়, "অ' আই, অলপ চুৰুকি আনা, নহলে ভাঙিব নোৱাৰিম।"

তামোলখন লৈ তাই ভিতৰলৈ সোমাই যায়।

"শ্ৰমজীৱী শক্তি সংঘৰ অধিবেশন বহিব এইবেলি নলবাৰীত। ওলাব, যাম। ভাৰত আৰু বাহিৰতো খ্যাতি থকা দুই-তিনিজন শ্ৰমিক নেতা আহিব।"

"আমিনো আৰু ৰাজনীতিৰ কি বুজিম? ৰাজনীতি দেখো কৰিয়েই নাপালোঁ?" কথাষাৰ কৈ দাসদেৱে মুৰটো পিহিবলৈ ধৰে।

ৰাজনীতি বাদ দি আমি মাথো নৰনাৰায়ণৰ সমাবেশ বুলিয়েই ধৰি দৰ্শনৰ বাবে যাব পাৰোঁ। আৰু দুই কথা শুনি দুই কথা বুজাই একোটা সুযোগ। তাতে আকৌ ঘৰৰ কাষতেই বহা সভা।"

ছোৱালীটিয়ে চুৰুকা তামোল আনি দাসদেৱৰ সমুখত ধৰে।

তেওঁ আঁতৰৰ পৰাই চুমা এটা খাই তামোলখিনি লৈ পাণ অকনমান মোহাৰি মুখত লৈ চোবায়।

"অ এটা খবৰ পাইছানে?"

"কি খবৰ?"

"আমাৰ বিপুল মহাজনৰ এক হাজাৰ বিঘাৰ মাটিৰ ধান বোলে ৰাইজে কাটি লৈ গ'ল। একেদিনাই সাতশ আঠশ মানুহ লাগি পথাৰ উদং কৰি দিলে। খবৰ পাই গ'ল চিপাহী চন্তৰী লৈ। ক'ত পায় মানুহক। কেইজনমানক বোলে ধৰি আনি বোলে হাজোতত থৈছে।"

খবৰটো শুনি জীৱনৰ মনটো ভিতৰি উৎসাহিত হৈ উঠিল। মনতেই প্ৰশ্ন কৰিলে—তেন্তে জনতাৰ মৃত্যু হোৱা নাই?

"সেইবিলাক জানো সমবায়ৰ নাছিল?"

জীৱনে প্ৰশ্ন কৰে।

"নামত সমবায়হে। মহাজনৰে ভাই-ভতিজা কেইটামানৰ নাম দি কৰা সমবায়। শুনিবলৈ পাওঁ, মন্ত্ৰী অক্লান্ত ডাঙৰীয়াৰো বোলে অংশ আছে।" মুখটো পিছি দাসদেৱে কয়।

"লুটৰ অংশ সিহঁতৰ ক'ত নাই?"

"ডাঙৰ মানুহৰ কথা বেলেগ। তেওঁলোকে যিয়েই নকৰক তথাপিও দহজনে তেওঁলোককেই মূৰত লৈ ফুৰিব।"

"তেওঁলোকে নানা কৌশলেৰে ক্ষমতা হাত কৰিছে। এতিয়া নিৰ্য্যাতিত বিক্ষুব্ধ জনতাই তেওঁলোকাকো নানা কৌশলেৰে ধ্বংস কৰিব।" জীৱনে কৈ উঠে।

কথাষাৰ শুনি দাসদেৱে মনতেই চিন্তা কৰে। সমাজত জুই লাগিছে, সেই জুই নিশ্চয় সমাজেই নুমাব। কিন্তু জুই নুমোৱাৰ পিছত সমাজে কি কাৰ্য্যসূচী লব?

দাসে মনে মনে থকা দেখি জীৱনে কলে, "যুগৰ নেতা যুগে তৈয়াৰ কৰিব আৰু সেই নেতাৰ নেতৃত্বত শোষণ—শাসন—অত্যাচাৰৰ বিৰুদ্ধে নিপীড়িত জনতাই যুঁজি জয়লাভ কৰিব।"

ধৰ্ম্মৰ গ্লানি আৰু অধৰ্ম্মৰ প্ৰাদুৰ্ভাৱত হোৱা মহাধুমুহাৰ মাজত দুষ্কৃতি নাশ কৰি সংস্কৃতি থাপনৰ বাবে ভগৱন্ত অংশ কলা বিভূতিৰে বা নিজেই আবিৰ্ভাৱ হয়। এয়ে কালচক্ৰৰ নিয়ম। কালে যেনেকৈ মানুহক গ্ৰাস কৰে, তেনেকৈ কালজয়ী মানুহেও কালক গ্ৰাস কৰে।

দাসদেৱৰ কথাখিনি জীৱনৰ ভাল লাগি যায়।

তেতিয়া ৰাতিৰ এন্ধাৰে জগতক গিলি আছিলেও, বিজুলি বস্তিবিলাকে এন্ধাৰক বিতৰণ কৰি নিশ্চল ভাৱে থিয় হৈ আছে।

"বলক অলপ ঘূৰি আহোঁ। আপোনাৰ টিউচন নাইতো?"

"ৰাতি টিউচন বাদ দিছোঁ দিয়া অলপ জিৰণীও লাগে।"

"লিখকৰ বাবে জিৰণীৰ অত্যান্ত দৰকাৰ। কাম কৰি উঠি বিশ্ৰাম লব পাৰিলেহে নতুন ভাৱ হৃদয়ত প্ৰৱেশ কৰিব পাৰে।"

দাসে নিজৰ জীৱনৰ বিৰামহীন পৰিশ্ৰমৰ কথা ভাবে। পঁয়ত্ৰিশ বছৰৰ শিক্ষকতা কৰি টিউচন কৰি এদিনো যেন জীৱনত আঁজৰি লবলৈ সময় নাপালে। অৱসৰৰ পিছদিনাই তেওঁৰ পকেট শূন্য। দিনকেইটা কোনোমতে টানিটুনি চলিল। আদৰ্শ শিক্ষক বুলি মানুহে তেওঁক প্ৰশংসাও কৰিলে। বাক্যৰ প্ৰশংসাত মানুহৰ পেট নভৰে। এই পঁয়ত্ৰিশ বছৰৰ আগতে তেওঁ তেল—লোণ—দালি লৈ দোকান এখন আৰম্ভ কৰা হলেও হয়তো, আজি তেওঁৰ এনে নাটনি নহলহেঁতেন। পঁয়ত্ৰিশ বছৰ এজন মানুহে সমাজৰ সন্তানসকলৰ বাবে খাটিলে, কিন্তু তাৰ বিনিময়ত বৃদ্ধ বয়সত চলিবলৈ সমাজে তেওঁৰ কি ব্যৱস্থা কৰিলে। দাসৰ মনলৈ কেতিয়াবা এনে ভাব আহি যায়।

দুয়ো ওলাই যায়।

এনেতে লগ পালে প্ৰণৱক।

"চাৰ।"

"ক'ৰ পৰা আহিলা ?"

"নগৰবাৰীৰ ঘৰৰ পৰা। আপোনাক লগ পাব লাগে।"

"দিনতেই নাহিলা কিয় ?"

'দিনত ? মোৰ ওপৰত এতিয়া তীব্ৰ নজৰ।"

"বলা তেনেহলে আমাৰ তালৈ যাওঁ।"

দাসদেৱক বিদায় দি দুয়ো আগবাঢে।

"তুমি যে হঠাতেই এনেকৈ আহি পাবা ?"

"বলক চাৰ ঘৰতেই আপোনাক সকলো কথা কৈ এই ৰাতিতেই মই উভতি যাম।"

"ৰাতিয়েই ?"

"হয়।"

"ধানৰ ট্ৰাক এখন ৰাব বজাত ঘূৰিব।"

জীৱন বৰ আচৰিত হৈ গ'ল। আজিৰ যুগৰ এই যুৱকসকল তীখাৰ নিচিনাকৈ হৈ পৰিছে। আগৰ ডেকাসকল অৰ্থাৎ তেওঁৰ নিজৰ সময়ৰ ডেকাসকল বেচি ভাগেই আছিল কল্পনা-বিলাসী। তেতিয়া মনোবৃত্তি বিলাকো আছিল পৌৰাণিক, আজি মনোবৃত্তিও হৈছে আধুনিক।

জীৱনৰ ঘৰৰ সক কম এটিত ছুয়ো বহিল।

প্ৰণৱ জীৱনৰ এসময়ৰ ছাত্ৰ। বহুত বছৰ আগতেই তেওঁ যেতিয়া অলপদিনৰ বাবে শিক্ষকতা কৰিছিল, সেই সময়তেই প্ৰণৱ তলৰ শ্ৰেণীৰ ছাত্ৰ। তেওঁ অংশ গ্ৰহণ কৰা কেইখনমান অভিনয়ত প্ৰণৱে ভাগ লৈছিল। তেতিয়াৰ পৰা প্ৰণৱে তেওঁক গুৰু বুলি বহুত ক্ষেত্ৰতেই মানি আছে।

"চাৰ দেশত এতিয়া যুগান্তৰ সূৰ্য্য উদয় হৈছে। জাল-জুৱাচুৰি, শাসন শোষণ, হিংসা-বিদ্বেষ, উচ্চতা-নীচতাৰ প্ৰভেদ একো থাকিব নোৱাৰে।"

প্ৰণৱৰ কথাত জীৱন যেন উচপ খাই উঠিল। বহুত দিন গোলামী কৰোঁতে কৰোঁতে ক্ষয় হোৱা তেওঁৰ আত্মাই যেন মূৰ্চ্ছনা কৰি উঠিল।

জীৱনে প্ৰণৱৰ নিটোপল মুখ খনিলৈ চাই থাকিল। সি বাহিৰে ভিতৰে যেন সুন্দৰ হৈ আছে। সংসাৰৰ গেলা-বদ্ধ বতাহে তাক যেন পিড়িব পৰা নাই।

"চাৰ, মোক বিশ্বাস কৰিব। আমি মানুহক জগাবলৈ খুজিছোঁ। স্বাধীনতাৰ নামত ধনী আৰু ক্ষমতালোভী সকলে চলোৱা ব্যাপক ব্যভিচাৰ দেশৰ পৰা আঁতৰ কৰিব নোৱাৰিলে, তলত পৰি থকা মানুহবিলাক জন্তুলৈ ৰূপান্তৰিত হব। জন্তুলৈকেই হওক, যদি প্ৰত্যেকেই সিংহ হৈ উঠিলহেঁতেন, কিন্তু সিহঁত সিংহ হব নোৱাৰিব, হব শিয়াল, কুকুৰ, মেকুৰী আৰু ভেৰা ছাগলীৰ দল। শ্ৰম-জীৱী শক্তি সংঘৰ লগত আমি পূৰ্ণ সহযোগীতাৱে চলিম। বাহিৰত আমি তাকেই কৰিম, কিন্তু গোপনভাৱে আমি দ্ৰুতগতিৰে আগবাঢ়ি যাম।

আমি বিশ্বাস কৰিছোঁ যে যেতিয়াই প্ৰত্যেকজন লোকেই ৰাজনীতি-বিদ হৈ উঠিব, তেতিয়া ৰাষ্ট্ৰৰ প্ৰয়োজনীয়তাও সম্পূৰ্ণভাবে নিষ্প্ৰয়োজন হৈ যাব।"

প্ৰণৱৰ দীঘল কথা শুনি জীৱনে এটি নিশ্বাস কাঢ়িলে। প্ৰণৱে ঘামি যোৱা তেওঁৰ মুখখন ৰুমালখনেৰে মচিব ধৰিলে।

"এই কাৰ্য্যত মোৰ সহায় কেনেকৈ আহিব।"

"খুব সহজ। কিছুমান কাগজ আপুনি আপোনাৰ প্ৰেছত ছপাই দিব লাগিব।"

"নিশ্চয়। বগা যিমান দিন থাকে, সিমান দিন সেইকাম চলাব পাৰিম। সি প্ৰেছৰ সকলো কামেই জানে। তাহানিখন সি বিপ্লবী দলৰ লগত ঘূৰি ফুৰিছিল। সি ভাওৰ যি কোনো মেক্‌-আপকেই তৎক্ষণাৎ অলপ আহিলাবেই কৰি পেলাব পাৰে।"

"বগা?" প্ৰণৱে লাহেকৈ সোধে।

জীৱনে তাৰ সুন্দৰ মুখখনিৰ পিনে চাই থাকে।

"বগাক বোধহয় চিনি পাম। দেখিলেই মনত পৰি যাব।"

"সি বিখ্যাত মানুহ। ইয়াৰ অভিনয়-বিলাকত তাৰ এটা পাৰ্ট থাকিবই। টাইপ্‌ একটিঙত সি পৈনত।"

"আৰু এটা কথা চাব, প্ৰেছৰ বিজিনেচ ইয়াত জানো ভাল হব? গুৱাহাটীলৈ জানো যাব নোৱাৰি?" প্ৰণৱে সোধে।

"এতিয়া জানো সেইবিলাকলৈ বয়স আছে? অৱসৰৰ সময়, সকলো কাৰ্য্যৰ পৰা অৱসৰ লৱৰহে হৈছে।" ক্ষীণ হাঁহি এটাৰে জীৱনে উত্তৰ দিয়ে।

"অৱসৰ মানে ৰাজ্যৰ কামৰ পৰাহে, বাইজৰ কামৰ পৰাতো নহয়। এতিয়া বাইজৰ কামত লাগিবৰ হে হ'ল।"

"তুমি অৱশ্যে ঠিকেই কৈছা। কিন্তু আমি জানো এতিয়াও সময়ৰ লগত খোজ পেলাব পৰা হৈ আছোঁ? আনে জোনত উঠিল, কিন্তু আমি এতিয়াও বিশ্বকৰ্ম্মা পূজিয়েই আছোঁ।"



৩

"সেই সমাজখন ভাঙি পেলাব লাগিব চাব যি সমাজে আজিও বিদ্যার্থী সৰহভাগক সেৱা কৰি বৰ মাগিবলৈ শিকায়, শনি মঙ্গলক আৰ্জি বিপদৰ পৰা হাত সাৰিব বুলি প্ৰবঞ্চনা কৰে।"

জীৱনে এটি অস্পষ্ট হাঁহিৰে হাঁহে।

"মোৰ যাবৰ হ'ল চাৰ, যাওঁহে। আপুনি যেন আমাক উপদেশ দিয়ে। শ শ ডেকাগাভৰু নতুন সমাজ গঢ়াৰ বাবে ওলাই আহিছে।"

"বৰ আনন্দৰ কথা। তুমি জুটামান খাই যোৱা। ভাত হৈছেই।"

প্ৰণৱে তেওঁৰ আগৰ মৰমৰ কথাবিলাকো সোঁৱৰণ কৰি উঠে।

( ৫ )

শ্ৰীমতী গোদাভীয়াই হেনো নিজৰ স্বামীক ভয়াবহ গধুৰ টেক্‌চৰ পৰা ৰেহাই পোৱাবলৈ উলঙ্গ হৈ ঘোঁৰাত উঠি ইংলণ্ডৰ ৰাজআলিত যিদিনা টহল দিছিল, সিদিনা লাজতেই সকলো মানুহ তুৱাৰ খিৰিকি মাৰি ঘৰৰ ভিতৰত সোমাই ৰ'ল, কিন্তু টম দৰ্জ্জিয়ে মনে মনে খিৰিকিৰে জুমি চালে শ্ৰীমতীক। এটি যৌন স্পৃহাত টমৰ সৰ্ব্ব শৰীৰ উচাপ খাই উঠিল সঁচা কিন্তু কোনোবা দেৱতাৰ অভিশাপত টম অন্ধ হৈ গ'ল। টমে চাৰিওপিনে খেপিয়াই খেপিয়াই মজিয়াতেই বহি পৰিল, তাৰ জীৱনলৈ অন্ধকাৰ নামি আহিল।

বহুত বছৰ আগতেই ঠিক এনেদৰেই চিৰিনাথ শইকীয়াই হেনো গাৱঁৰ কোনোবা এজন ডেকাৰ দৰা-কইনাৰ ফুলশয্যাৰ ৰাতি ইকৰাৰ বেৰাৰে জুমি জুমি চাইছিল এটি চকু মুদি এটি চকুৰে। বহুত সময় সৰ্ব্বশৰীৰ হেনো কঁপিছিল, শেষত হেনো হৰমোহনৰ হৰৰ দৰে হতভম্ব হৈ ঘৰলৈ ঢাপলি মেলিছিল। টম দৰ্জ্জিয়ে তুটা চকুৰে চাইছিল, কিন্তু আমাৰ শইকীয়াই এটা চকুৰে চোৱা বাবে পিছলৈ এটা চকুৰেই সংসাৰ চাব লগা হ'ল। বহুত চেষ্টা আৰু দৰব জাতিৰেও তেওঁ চকুৰ হেৰোৱা দীপ্তি ওভোতাই নাপালে।

চিৰিনাথ পঢ়াত চোকা আছিল। মাক-বাপেক তুখীয়া হোৱাৰ বাবেই হাইস্কুল পাচ কৰি তেওঁ কলেজত পঢ়িব নোৱাৰিলে। নৰ্ম্মালত

কম খৰচতেই পটি আহি শিক্ষক হ'ল। শিক্ষক হিচাবে তেওঁ নামজ্বলা শিক্ষক আছিল, ছাত্ৰই তেওঁক খুব ভাল পাইছিল। তেতিয়াও তেওঁ অতিপাত ভোজন কৰিছিল। তেওঁৰ বকাসুৰী-ভোজন দেখি সকল'ৰা-ছোৱালীবিলাকে বৰ স্ফূৰ্ত্তি পাইছিল। নিজেই কৈ কেতিয়াবা দীঘলীয়া বন্ধৰ আগ দিনা কোনো ছাত্ৰৰ ঘৰত নিমন্ত্ৰণৰ যোগাৰ কৰি লৈছিল। বহাগৰ সময়ত নিজেই কৈ দুই-চাৰি ঘৰত গামোচাও আদায় কৰি লৈছিল। অৱশ্যে এই বিলাকৰ কাৰণে কোনেও তেওঁক বেয়া নাপাইছিল বৰং তেওঁ সৰল-সহজ পোন লোক বুলি প্ৰশংসাহে কৰিছিল।

তেওঁ নিজে সাধুকথা লিখিছিল আৰু ছাত্ৰবিলাককো কিবা কিবি লিখিবলৈ উদগাইছিল, সেয়েই সাহিত্যত ৰুচি থকা ছাত্ৰই তেওঁক বৰ ভাল পাইছিল।

তেওঁৰ আগৰ ঘৰাকী তিৰোতাৰ ছয়টি ল'ৰা আৰু দুটি ছোৱালী। সেই দুয়োটি ছোৱালী বিয়া দিছে। দ্বিতীয় পক্ষৰ পাঁচটি ল'ৰা আৰু তিনিটি ছোৱালী। প্ৰথম পক্ষৰ প্ৰথম ল'ৰাটি বি-এ পাচ কৰি আঁতৰি গৈ গোৱালপাৰা আৰু গাৰোপাহাৰৰ সীমাৰ এখন হাই-স্কুলত শিক্ষক হৈ আছে। তাৰেই স্থানীয় ছোৱালী এজনী বিবাহ কৰি তাতেই ঘৰ-সংসাৰ কৰিছে। বাপেকৰ লগত এতিয়া বিশেষ সম্পৰ্ক নাই। হলেও, বাপেকলৈ অন্তৰেদি শ্ৰদ্ধা-ভক্তি ৰাখি চলিছে।

ঋজুনাথ দাসৰ লগত শইকীয়াৰ পুৰণি বন্ধুত্ব। দুয়ো দুয়োকো বান্ধৈ বুলি সম্বোধন কৰে। দুয়োৰো ভিতৰত আগতে সাহিত্যৰ সমালোচনা যথেষ্টভাৱে হৈছিল। এতিয়া অৱশ্যে প্ৰায় নাইকিয়া হৈছে, সময়ৰো অভাৱ। অভাৱৰ কথা কৈ থকা শইকীয়াদেৱৰ স্বভাৱটো দাসে ভাল নাপায়। অভাৱৰ কথা কৈ থাকিলে, আনে জানো অভাৱ পুৰাই দিব পাৰে? দাসৰ এয়েই উক্তি।

দাসে লিখা "মহাপুৰুষীয়া ধৰ্ম্মৰ ঐতিহাসিক 'জিলিকিনি" খনৰ নামটো সাম্প্ৰদায়িক বুলি তেওঁ আনৰ আগত আলোচনা কৰা

কথাটো দাসৰ কাণত পৰাত দাসে জীৱনক কথাটো কৈছিল আৰু শইকীয়াই নামটো সাম্প্ৰদায়িক হৈছেনে বুলি প্ৰশ্ন কৰিছিল। জীৱনে উত্তৰ দিছিল—"নামটোত সাম্প্ৰদায়িকতা একো নাই। কাৰ্য্যইহে কোনো এটাক সাম্প্ৰদায়িক কৰিব পাৰে। স্বাৰ্থপৰতা ত্যাগৰ বাবে নিজৰ নামটো ত্যাগ কৰি নাম নাই হব নালাগে। নিজৰ বাবে আনক অন্যায় কৰিবলৈ গলেহে সাম্প্ৰদায়িকতা আহে।"

দাসে মূৰ তুপিয়াই সমৰ্থন কৰিছিল।

এদিন দাসক চিৰিনাথ শইকীয়াই বাটতেই লগ পাই প্ৰশ্ন কৰিলে, "হয়নে? আজিকালি বোলে আপুনি জীৱনৰ ঘৰখনকেই নেৰা হৈছে।"

"হয় তেওঁ মোক সম্প্ৰতি এটা আজৰি সময়ৰ চাকৰি দিছে।"

"আজৰি সময়ৰ?" তেওঁৰ সোমাই যোৱা গাল দুখন ইকাটি-সিকাটি কৰি সুধিলে।

"হয়?"

"উ।"

"তেওঁৰ প্ৰেছৰ মই প্ৰুফ চাইছোঁ। সাধাৰণভাৱে এটা পাৰিশ্ৰমিক দিছে। এতিয়া আৰু ঘৰত ল'ৰা পঢ়োৱা একেবাৰে এৰি দিলোঁ। দৃঢ়তাৰে দাসে কয়।

"মোৰ অৱস্থাৰ পিনেহে কোনো চাওঁতা নাই। আপোনাৰ আছে।"

"কাক কোনে চাব বাক্কে? সকলো চাওঁতা গৰাকী তেওঁ।" বিনয়ীভাৱে কথাখিনি কয়, দাসে কোৱাৰ লগে লগেই শইকীয়াই মুখখন আপচু কৰি কৈ পেলালে, "থওক আপোনালোকৰ ভণ্ডামি-বোৰ। ভণ্ডৰ লগ হৈ আপুনিও কিবা হৈছে।"

দাসৰ যেন মুখৰ মাত হেৰাল।

কথাখিনি কৈয়ে শইকীয়াই অহা বাটেৰে খোজ ললে।

দাসেও খোজ কেইটি পেলালে বৰ বিষণ্ণ মনেৰে। বন্ধুৰ ব্যৱহাৰত তেওঁ দুখ পালে।

এনেতে দেখে যে আন পিনৰ পৰা ভিৰে আহিব ধৰিছে।

দাসক দেখিয়েই সি মুখত হাঁহি এটি প্ৰকাশ কৰি আগবাঢ়ি আহি সুধিলে, "কি হ'ল চাৰ, সি জনে দেখো বৰ ভোৰ-ভোৰাই গৈছে ?"

"নকবা বুঢ়া হোৱাৰ বাবে বোধহয় তেওঁৰ মতি-গতি লৰিল। ভগৱান্তে তেওঁক সুমতি দিয়ক।"

"চৰকাৰী সাহিত্যিক চাৰ তেওঁ। চৰকাৰৰ প্ৰীতিৰ বাবেই লিখি পেন্সন পাইছে। আমি গ্ৰাহ্যই নকৰোঁ চাৰ। আজি কেই-দিনমান আগতে বাটতেই লগ পাই দেখো টকা দুটা দিয়াহে বুলি কৈ পেলালে। মোৰতো অৱস্থা জানেই চাৰ। তথাপিও লাজতেই টকা দুটা উলিয়াই দিলোঁ। সিদিনা জেপত সেই টকা দুটাই আছিল। পিছত অযোধ্যা পাঠকৰ দোকানৰ পৰা দালি-চেনি, চাহপাত বাকী কৰিহে নিলোঁ। মোৰ দৰে গৰীব কিন্তু কামক ভয় নকৰা কেইবাজনো লোকক তেওঁ বাকী দিয়ে। পাঁচ টকালৈ তেওঁ মোক বাকী দিয়ে।"

কথাখিনি কৈ এটি খোলা হাঁহি মাৰি ভিৰে দাসদেৱৰ লগতেই খোজ ললে।

"আপোনাৰ মুখখন চাৰ ক'লা পৰি আছে। শইকীয়া চাৰে কিবা টান কথা কলে নেকি ?"

"কিনো টান কথা কব ? শুনিব লগা আছিল, শুনিলোঁ। তেওঁৰ কথাত ধৰি নাথাকো দিয়া।"

"পাগলে কি নকয়, ছাগলে কি নাখায় ?"

"দিয়া ঈশ্বৰে দিন কেইটা নিব আৰু। লোকৰ লগত হাই-কাজিয়া কৰি নাপালোঁ। এতিয়া এই বয়সত আৰু কৰিমনে ?"

"নালাগে চাৰ। তেওঁকো জানে লোকে, আপোনাকো জানে।"

দুয়ো গৈ গৈ প্ৰেছ পায়।

প্ৰেছৰ গ্ৰাহক এতিয়া ভাল দৰেই বৃদ্ধি পাইছে। নিজৰ পৰিয়ালটিক পোহপাল দিয়াৰ বাহিৰেও ভীৰনে আৰু দহোটা পৰিয়ালক ভাত পোহপাল দিব পাৰিছে।

ভিৰে প্ৰেছৰ সন্মুখেদিয়েই গুচি যায়।

দাসে গৈয়ে দেখিলে বগাক। সি বৰ ব্যস্ত।

"আহক চাৰ, কামৰ আনন্দত আপোন পাহৰা হৈ গৈছোঁ। ইপিনে আকৌ মহাসন্মিলন।"

"মহাসন্মিলন?"

"হয় চাৰ।"

দাসে প্ৰুফবোৰ লৈ শুধৰণী কাম আৰম্ভ কৰে। আন এটা কোঠাত জীৱনে কাম কৰিছে।

বগাই গৈ নিজৰ কামত লাগিছে।

খিৰিট্-খিৰিট্ শব্দটোৰ লগে লগেই একো একোটি ভাৱ, ভাষাৰ মাজেৰে মূৰ্ত্তিমন্ত হৈ উঠিছে। জীৱনৰ মনটোলৈ আনন্দ আৰু তৃপ্তি আহিছে। এনে তৃপ্তি চৰকাৰী কামত কেতিয়াবা পাইছিল যদিও, তাতেই যেন ক'ৰবাত কিবা কেনা লাগি আছিল।

দাসদেৱেও নওলায় নওলায় গৈ বাপাইঁত পঢ়, বাপাইঁত পঢ়, কাৰ্য্যতকৈ বহুত সুখ পাইছে।

জীৱনে এবাৰ ইমূৰৰ পৰা সিমূৰলৈ সকলোৰে কাম চাই আহি দাসদেৱৰ কাষত থিয় হ'ল।

"অ' বিপুল মহাজন শ্ৰমজীৱী শক্তি সংঘলৈ আহি গ'ল। তামোলপুৰৰ অভিবৰ্ত্তনৰ বাবে তেওঁ টকা এহেজাৰ আৰু তিনি দিনৰ বাবে পেট্ৰলৰ খৰচেৰে সৈতে বাচ এখন দিছে। সিদিনা হেনো মন্ত্ৰী অক্লান্ত আহি তেওঁক চাৰকুইট হাউচলৈ মাতি নি বৰ ধমক দিলে। মহাজনে বৰ অপমান বোধ কৰিলে। পিছে, ভাল হ'ল আমাৰ বাবেই।"

জীৱনৰ কথাখিনি শুনি দাসে লাহেকৈ কলে, "কথাটো ঘানাক-ঘুমুকৈ ওলাইছে। টকা উপাৰ্জ্জন কৰি লৈছে, তেওঁ আৰু এতিয়া ৰজা-মন্ত্ৰীক কি পৰাই কৰিব?"

"হলেও মানুহৰ আকাঙ্ক্ষাৰ শেষ নাই। অৱশ্যে, তেওঁ মানুহ-জন কিছু আধ্যাত্মিক ভাৱৰ।"

"হাজাৰ হলেও ভকতৰ কথা। এটি পৰম্পৰা আছে নহয়। মই এদিন সৰুকালত সেওতা কাঢ়োতেই 'ই বিলাসিতাত মৰিব এডিয়া' বুলি বিদমে পিতাই তর্জন-গর্জন কৰিলে, সিদিনাৰ পৰাই সেওতা কঢ়া বাদ দি এনে দৰে মূৰ আচোৰা কৰিলোঁ।"

তেওঁ কথাখিনি কৈ মূৰৰ চকবৰ পৰা কপাললৈ হাতেৰে চুলি-খিনি দেখুৱালে।

দাসৰ বাপেকৰ অতিপাত পিউৰিটানী কথা শুনি জীৱনে মৃদু হাঁহি এটা মাৰিলে।

"সেই সময়ত বিলাসিতা তেওঁলোকে মুঠেই ভাল পোৱা নাছিল, কিন্তু আজিকালি তেনেকুৱা কিছুমান কথা বিলাসিতাৰ ভিতৰতেই নপৰে। আমিয়েইতো শিশুসকলক স্কুলত শিকালোঁ মূৰ আচুৰি আহিবা বুলি।"

"সেই কাৰণেইতো সময়ৰ লগত নীতি-নিয়মবো পৰিবৰ্ত্তন হয়।"

"ঠিকেই বেদৰ পৰিবৰ্ত্তন নাই, বিধিৰ পৰিবৰ্ত্তন আছে।" মূৰ হুপিয়াই হুপিয়াই দাসে কয়।

"ব্যাসৰ বেদ, বুদ্ধৰ বেদ, যীশুৰ বেদ, শ্ৰীমন্ত শঙ্কৰৰ বেদৰ মৰ্ম্মবাণী একেই, অপৰিবৰ্ত্তনীয়, কিন্তু সকলোৰে বিধি একে নহয়। আমি মাত্ৰ চাব লাগে যে যাতে ব্যক্তিগত ৰুচিয়ে সমাজৰ দ্বাৰা গৃহীত নৈতিকতাৰ বিৰুদ্ধাচৰণ নকৰে। কিন্তু কিছুমান কথা আছে যেনে, কোনো কোনো মানুহে আজৰি পৰত তাচ, পাশা বা দবা খেলায় নাইবা হস্ত-বিচাৰকৰ ওচৰত বহি হাত চাই ভাগ্য নিৰ্ণয় কৰিবলৈ বিচাৰে, এইবিলাক কথাত তেওঁলোকক হয়তো সমালোচনা কৰিবলৈ আমাৰ একো নাথাকে। কিন্তু—"

জীৱনৰ কথাখিনি শেষ নৌহওতেই দাসে কৈ উঠিল, "সেই-বিলাকৰ বাবে আপত্তি বা আলোচনা নাথাকিলেও এইটো ধ্ৰুপ যে তেনে আজৰিৰ আমোদে সমাজৰ একো উন্নতি সাধন কৰিব নোৱাৰে। আজিকালি নগৰ বিলাকত ঘোঁড-খেল ওলাইছে। বৰ বৰ বিষয়া, মন্ত্ৰী, ৰাজনৈতিক ধুৰন্ধৰেও হেনো সেই খেলত গা ঢালি

দিয়ে। আজি এই নতুন জুৱা খেল বিমানেই আনন্দনীয় নহ'ক, এইটো অতি সত্য যে ইয়াৰ দ্বাৰা মানুহৰ মনত একেবাৰতিতেই ধনী হোৱাৰ হাবিলাস জাগৰিত হৈছে আৰু শেষত মানুহ কুনীতিৰ দ্বাৰা ধনী হোৱাৰ নানা কন্দি উলিয়াইছে।"

এনেতে বগাই এক এটিৰ এখণ্ড দেখুৱাই সোধাত জীৱনে কলে,

"অ এইটো খাৰণী সঁতা, লোটা নহয়।"

"ভাবিছিলোঁ, অসমীয়া মানুহৰ খাৰ খোৱা কিবা লোটা।" এটা হাঁহিৰ ভাব ফুটাই বগাই কয়।

"তলিত ফুটা দিয়া এটা মাটিৰ বাচনৰ খাৰ দি তাত পানী দিলে খাৰণী-সঁতা তলেদি ওলোৱা পানীয়েই অসমীয়াৰ জিভাত লগা খাৰণী। তেনেদৰে বিপ্লৱৰ কাৰ্য্যসূচীৰে সমাজৰ কালৰ মাজৰে ধৰা মজিয়া-খন ফুটাই দিলে সুখ-সম্পদ-সমৃদ্ধি-শান্তি উভৈনদী হৈ ব্যাপী পৰে, তাকেহে ইয়াত বুজাইছে।"

জীৱনৰ নিৰ্দ্দেশমাত সি কথাটো শুধৰাই লৈ পুনৰ কম্পোজত আহি লাগে। বগাক তেওঁ খুব ভাল পায়। সি সামান্য লিখা পঢ়া-পোৱা মানুহ হলেও তাৰ জ্ঞান, দৃঢ়তা, সৎসাহস আৰু পৰোপকাৰৰ ভাৱ যথেষ্ট আছে। দুই-এখন সভা-সমিতিত সি কেতিয়াবা ডাঙৰৰ লগতো ফেৰ পাতি উঠে। তেনে দৰেই খয়ৰামৰ খং তুলাই দিয়াত আজিলৈ নগৰ বৰ্দ্ধন এলেকাত এক লেচাও সি মাটি লব নোৱাৰিলে। তাৰ বাবে কিন্তু বগাৰ বেজাৰ নাই। খয়ৰাম দানৱে মৰিবৰ দিনা তাৰ শ বিঘা মাটি তাৰ কপাহা কাপোৰৰ চুৰিয়াৰ আঁচলত বান্ধি নিবনে ? বুলি সি কেতিয়াবা মানুহক কয়।

কেইদিনমান আগতে পুলিচে তাক এবাৰ থানালৈ মাতি নি সুধিলে—

"হয়নে বগাৰাম, তই হেনো অক্লান্ত ডাঙৰীয়াৰ বিৰুদ্ধে উৰা বাতৰি প্ৰচাৰ কৰি থাক ?"

"হুজুৰ আমি দিন মজুৰী কৰি পেট প্ৰৱৰ্ত্তোৱা মানুহ। আমাৰ কি মৰ সাহস আছে মন্ত্ৰীৰ কথা কম। কথাটোৱা কি ?"

ছুই হাত যোৰকৈ সি কয়।

"তই কৈ ফুৰিছ মন্ত্ৰীয়ে হেনো যোৰহাটৰ বাজহুৱা সভাত গান্ধী মেলাত বক্তৃতা দি আহি বাটতেই কাজিৰঙাৰ পৰা মৃগয়া কৰি দিয়া অজান মানুহৰ পৰা হৰিণৰ মাংস লৈ আহিছে বুলি। এনেকুৱা কথা কৈ ফুৰুৰিবি। ক্ৰিমিনেল চেক্‌চনৰ আও-ভাও পাৱ ?"

বৰ দাৰোগাই গৰজি কোৱা কথাত সি অলপো ভয় নাখালেও ভয় খোৱা ভাব দেখুৱাই ফুচিমুচি চকুহুটি চলচলীয়া কৰি কলে, "ধৰ্ম্মবাজ, আমাৰ এনে সৰু মুখত, ইমান ডাঙৰ কথা কেতিয়াও নোলায়। এবাৰ মাথো শুনিছিলোঁ হে যে আমাৰ নেতৃস্থানীয় পুৰুষ খয়ৰাম ডাঙৰীয়াক কোনোবাই হেনো কাজিৰঙাৰ হৰিণৰ মাংস খুৱাই থাকে।"

দাৰোগাই খং দেখুৱাই তাৰ পিঠিত এটা কোব মাৰি সুধিলে, "কাৰ মুখৰ পৰা শুনিছিলি তই ক'।"

"চৰকাৰী পেন্সন খোৱা চিৰিনাথ শইকীয়াই কৈছিল ধৰ্ম্মবাজ।"

দাৰোগাৰ পেটে পেটে হাঁহি উঠিল। এই গোপন কথা পুলিচ বিভাগৰ অবিদিত নহলেও দাৰোগাই আচৰিত হোৱা দেখুৱাই কৈ উঠিল, "চৰকাৰী পেন্সন খোৱা মানুহ ?"

"হয় ধৰ্ম্মবাজ।"

"চৰকাৰী পেন্সন কাটিবলৈ কিমান সময ?"

"নাকাটিব ধৰ্ম্মবাজ। পেন্সন কটাতকৈ মানুহজনক কাটি পেলোৱাই ভাল। পেন্সন মানুহ উভযকে ৰাখক। মানুহজন দৰিদ্ৰ থকুৱা-লোক-নিন্দুক হলেও, তেওঁ অসমৰ গৌৰৱ। বজাই তেওঁক মোৰ বুলিয়েই সাহিত্যিক পেন্সন দিছে ?"

"অ সাহিত্যিক পেন্সন ?"

"ডাবল পেন্সন।"

দাৰোগা আৰু চিপাহী দুজনে গিৰ্-গিৰ্কৈ হাঁহি মাৰিলে।"

সি কিন্তু নিমাতে থাকি দাৰোগাৰ পিনে ছুই হাত যোৰকৈ নমস্কাৰ দিয়েই থাকিল।

"যায় দে ইয়াক।" বুলি কৈ দাৰোগা উঠি গ'ল।

দাৰোগা যোৱাৰ পিছতেই চিপাহীয়ে কলে, "আমাক চাহ খুৱাই যা ঐ।"

সি তৎক্ষণাৎ জেপৰ পৰা এটকীয়া নোট এখন উলিয়াই চিপাহীৰ আগত ধৰাঁতেই চিপাহীজনে টুপুৰকৈ নোটখন নি জেপত ভৰাই থলে।

"যা যা ভাই, তই একো ভয় নকৰিবি, আমি আছোঁ।"

বগা ওলাই যাই।

( ৬ )

হৰিসেৱকৰ পৰা চিঠি পাই প্ৰণৱ এবাৰ দৰঙৰ ডিমাকুচী অঞ্চললৈ গৈছিল। হৰিসেৱকে তাত এখন সত্ৰ পাতি থাকিবৰ আজি কুৰি বছৰ পাৰ হৈ গ'ল। তেওঁ প্ৰণৱক লগ পাইছিল যেতিয়া প্ৰণৱ একেবাৰে সৰু। প্ৰণৱৰ কিন্তু মনত আছে সেৱকক ভালদৰেই। গুৰু কীৰ্ত্তনত প্ৰায় ছাত্ৰই সেৱক দেৱৰ সত্ৰীয়া-বহালৈ মাহ প্ৰসাদ খাবলৈ গৈছিল।

প্ৰিয়াৰ মুখত প্ৰণৱৰ খবৰ পাই সেৱকদেৱে পত্ৰৰে মাতি পঠোৱাত তালৈ আহিছে।

সত্ৰৰ পৰা এমাইল আঁতৰতেই প্ৰিয়াহঁতৰ ঘৰ। ঘৰ অৰ্থাৎ বাপেক আৰু তেওঁ, আৰু মাজে সময়ে চাওতাল, মুন্দা বা ওৰাওঁৰ কোনো কাম কৰা ল'ৰা। সিহঁতৰ এজন থাকে বৰ বেচি ছমাহ। এমাহ দুমাহৰ ফাঁকত হয়তো আৰু এজন আহি যায়। সিহঁতৰ প্ৰধান কাম হৈছে তেওঁলোকৰ গাই দুজনী খিৰোৱা আৰু খৰি ফলা। মানুহ নাথাকিলে ফলা খৰিকেই নেপালীৰ পৰা কিনি লয়। প্ৰিয়াৰ বাপেক দত্তই হোমিওপ্যাথিকৰ বাকচটোকেই চলাই জীৱিকা নিৰ্ব্বাহ কৰিছে।

প্ৰণৱে ইয়ালৈ আহিহে কব পাৰিলে যে প্ৰিয়াই স্কুলত সোমাইছে। তাইৰ স্কুলীয়া জীৱন দেখি মনত আনন্দ পালে।

তেতিয়া দেখাতকৈ তাই যেন আকৌ বেছি ধুনীয়া হৈছে। হৰি-সেৱকৰ ঘৰত তাই নিঃসংকোচে সকলো পিনে সোমায়। সাধাৰণতে সত্ৰৰ নিয়ম অনুসাৰে তিৰোতা মানুহ উদাসীনৰ বহাত সোমোৱা নিষেধ। সক সক ছাত্ৰ-ছাত্ৰী সকলোৱে কিন্তু বহাৰৰ লুন্দি-খুন্দি থকা দেখি তাৰ মনত ভাল লাগিল। নিজৰ কোনো নাথাকিলেও এইসকলেই যেন তেওঁৰ পা-পো। সকলোবিলাকেই তেওঁক সম্বোধন কৰে 'সেৱক আতা' বুলি। সম্বোধনটো প্ৰণৱৰ বৰ ভাল লাগিল, কিন্তু সি সেই আগৰ আতা সম্বোধন বুলিয়েই তেওঁক সম্বোধন কৰিলে।

ঠাইখিনি উত্তৰ পিনেদি ভোটান পৰ্ব্বতৰ সুন্দৰ দৃশ্য। ছুইকালে চাহ-বাগান, দক্ষিণৰ পিনে নেপালী, কাছাৰী আৰু বমুৱাজাতিৰ গাওঁ। মানুহৰ বসতি পাতল। কিন্তু উৰণীয়া মানুহ আছিয়েই আছে। বমুৱা মানুহখিনিয়ে হৰিসেৱকৰ পৰা কৃষ্ণনাম গ্ৰহণ কৰিছে। আগতে ছুই-চাৰি কাছাৰী মানুহো আছিছিল, এতিয়া পাতলিছে। নেপালী মানুহ কেতিয়াবা আহে আৰু দেৱালয়ত সেৱা কৰাৰ দৰে সেৱা কৰি যায়।

"আমাৰ ঘৰলৈ এবাৰ বলক। আপুনি অহা খবৰ বাবাই পাইছে।"

প্ৰিয়াৰ কথাষাৰে প্ৰণৱৰ যেন কাণত অমৃত বৰষে।

"নিশ্চয় যাম। আতা নাযায় জানো?"

"তেওঁ গৃহস্থ, আপুনি যে আমাৰ আলহী। গৃহস্থ গলেও যাব, নগলেও নাই।"

প্ৰণৱে তৎক্ষণাৎ মনতেই ভাবিলে—হয়তো প্ৰিয়াই তেওঁক অকলেহে লগ পাবলৈ বিচাৰিছে।

বান্ধনী ঘৰৰ পৰাই সেৱকে মাত লগালে, "ঐ পি—পি, তেওঁক তইঁতৰ ঘৰলৈ এবাৰ লৈ যা। খীৰ কৰি খুৱাবি।"

"শুনিছে, আপোনাক আজিয়েই নিনিলে, তেওঁ মোক শাস্তি পাৰিব।"

"যাম তেনেহলে।"

"সন্থিয়াৰ আগে আগে লৈ যা। তেওঁ থুৰি আহিলে আমি ছয়ো ফুৰিবলৈ যাম।"

"ক'লৈ নিব, বুজিছোঁ।"

প্ৰিয়াৰ কথাবাৰ শুনি তেওঁ ভিতৰৰ পৰাই মাত লগালে, "থ' তোৰ পণ্ডিতালিখন, এতিয়াই যা, তেহে তেওঁ সন্ধিয়াৰ আগতে আহিব পাৰিব।"

"বলক।" প্ৰিয়াই কলে।

ছয়োৰো মুখলৈ চাই ছয়ো শব্দহীন মিঠা হাঁহি মাৰিলে। প্ৰণৰ মন্ত্ৰ-মুগ্ধ সাপৰ দৰে প্ৰিয়া যি পিনে গ'ল, সেই পিনে খোজ ললে।

আপোনাক লগ পোৱাৰ পিছৰ বছৰতেই আপুনি এম-এ পাছ কৰিলে, হয়নে ?"

"প্ৰায় ছবছৰ পিছত।"

"প্ৰফেচৰ হ'ল।"

"নামত হৈছোঁ, কিন্তু আমি এখন কাগজ চলোৱাত বেছি জোৰ দিছোঁ।"

"দৈনিক নে ?"

"নহয়, কেতিয়াবা হুমাহত কেতিযাবা তিনি মাহত ওলাব। অৰ্থাৎ যেতিয়াই দৰকাৰ তেতিয়াই আমাৰ যুগৰ-শিঙাই বিং মাৰি দিয়ে।"

প্ৰিয়াই প্ৰণৱৰ পিনে ঘূৰি চাই এটি হাঁহি মাৰিলে।

প্ৰিয়াহঁতৰ সৰু খেৰৰ ঘৰ এটি। সন্মুখৰ কোঠাটোত বাপেকৰ ডাক্তৰখানা, ভিতৰত ছুটা কোঠা। এটিত বাপেক শোৱে আনটিত থাকে প্ৰিয়া। বাপেক থকা কমটো কিছু ডাঙৰ। বাপেকৰ কমত ৰামকৃষ্ণ পৰমহংসৰ ছবি এখন আঁৰা আছে। এপিনেদি পৰিয়ালৰ গ্ৰুপ ফটো এখন, প্ৰায় উৰলি যোৱাৰ নিচিনা হৈছে।

প্ৰিয়াই গৈয়েই ৰান্ধনী ঘৰত চাহ কৰিবলৈ সোমাল।

"আপুনি বহক, মই চাহ একাপ লৈ গৈছোঁ।"

প্ৰণৱ চকী এখনত বহিল। চকীখন পুৰণি। বিচনা পত্ৰৰ কানি-কাপোৰ অতি সাধাৰণ ধৰণৰ। এটি অনাড়ম্বৰ জীৱনৰ সক গৃহস্থীখন তাৰ খুব ভাল লাগি গ'ল।

প্ৰিয়া থকা কোঠাটোৰ বেৰত আছে এখনি সৰস্বতী দেৱীৰ ছবি। ছবিখনো বহুত দিনীয়া। সম্ভৱ তাই পাঠশালাত পঢ়োঁতেই সেই ছবিখন ৰাখি দেৱীক হয়তো বিদ্যাৰ বাবেই প্ৰণতি জনাইছিল। পৰীক্ষাৰ সময়ত হয়তো বাৰে বাৰে প্ৰাৰ্থনা জনাইছিল। সেই ছবিখনৰ ওপৰেদি কাৰোবাৰ হাতেদি ডবলাই লিখা আখৰত লিখা এটি ঘোষা :—

হৰি ৰাম হৰি ৰাম এ মূলমন্ত্ৰ।
কলিত নাহি তপ যজ্ঞ যন্ত্ৰ॥

চাৰিওকাষে লতাৰে বৰ্ডাৰ দিছে।

প্ৰণৱে ভাবিলে, বোধহয় হৰিসেৱকৰ পৰা এওঁ এইখন আনি ইয়াত আঁৰি থৈছে। তেওঁৰ মনটো বৰ ভাল লাগি গ'ল। ঘৰটোৰ নিস্তব্ধতা আৰু সৰলতাই তেওঁৰ অন্তৰত যেন এটি প্ৰভাৱ বিস্তাৰ কৰি পেলালে। ক্ষন্তেক তাতেই বৈ আহি ডাক্তৰী কোঠাত বহিল।

অলপ পিছতেই প্ৰিয়াই চাহ লৈ আহি নিজৰ কোঠা পালে। তাতেই চাহ কাপ থৈ তাই বাপেকৰ চ'ৰালৈ গৈ প্ৰণৱক হাঁহি মুখে মাত লগালে। দূৰৰ অপৰিচিতৰ দৰে আপুনি ইয়াতেই বহি আছে? আহক।"

প্ৰণৱে কিবা এটা প্ৰাণৰ আহ্বানত চমক খাই উঠিল। সি চকু দুটিৰে প্ৰিয়াৰ পিনে চাই ৰ'ল।

"আহক মোৰ কোঠালৈ, চাহ খাওক।"

"অ' বলা।"

"তোমাৰ দৰেই শুৱনি কিন্তু অনাড়ম্বৰ এই ঘৰখন ইমান ভাল লাগে।"

"মা নাই, ভাই-ভনী নাই, আমাৰনো এইখন ঘৰনে? দেশ ভগাত আমাৰ সকলো গ'ল। কেনেকৈ যে বাগৰি আহি আমি এইখিনি পালোঁ, ভাবিলে সাধু কথা যেন হে লাগে।"

প্ৰণৱে কথাৰ উত্তৰ নিদি মাথো মনতেই ভাবিলে,—সঁচাকৈ ক্ষমতা থকুৱা নেতাই ক্ষমতা হাত কৰাৰ বাবে দেশখনকে ভাগি-চিগি মানুহৰ কিয়ে বিলাই বিপত্তি নকৰিলে!

"এতিয়া আন চিন্তা মোৰ নাই। কেৱল বাবাক কেনেকৈ শান্তিত ৰাখিব পাৰোঁ সেয়ে চিন্তা। বাবাৰ দ্বিতীয় ঘৰ পাতিবলৈ ছুই-এক তিৰোতাই যে কোন ধৰণ চেষ্টা কৰিছিল, মনত পৰিলে লাজ লাগি যায়। কিন্তু বাবা দেৱতাৰ দৰে পবিত্ৰ হৈ থাকিল। মোৰ মুখ চাইয়ে তেওঁ সকলো ছুখ পাহৰিলে।"

প্ৰিয়াৰ মুখখন মলিন হৈ পৰিল।

"ছুখ নকৰিবা প্ৰিয়া। যিবিলাক মানুহ লগ পাইছা ইয়াত, সেইবিলাকেই তোমাৰ আপোন।

"হয়, বিশেষকৈ সেৱক আতাই ভগবানৰ দৰে আমাক জীৱন দান দিছে। তেওঁৰ বাবেই আমি ইয়াত ৰৈ গলোঁ। তেওঁৰ যত্নতেই মই স্কুলত সোমাবৰ সুযোগ পালো।"

"তোমাৰ বাবে মই একো কাৰব নোৱাৰি নিজেই লাজ পাইছো।" প্ৰণৱে প্ৰিয়াৰ মুখলৈ চায়।

"আপুনিয়ে মোক কি দিছে, মইহে জানো, আনে নাজানে।"

প্ৰণৱ আচৰিত হৈ পৰিল। প্ৰিয়াৰ কথাষাৰৰ অৰ্থ সি বুজিবলৈ যত্ন কৰি কৈ উঠিল, "মই কিবা দিছো?"

"হয় মুস্থিৰ সেইবোৰ।"

তাৰ অন্তৰত আটাইখিনি গধুৰ বেদনা গোট খাই পৰা যেন লাগিল, হাতত যেন কিছুমান পদুম ফুল ফুলি উঠিল, চকুৰে যেন এটি নতুন সৌন্দৰ্য্য দেখা পালে।

কিছু সময় ছুয়ো নীৰৱ হৈ থাকিল।

এবাৰ ছুয়ো ছুয়োৰো চকুলৈ চোৱাত প্ৰিয়া লাজতেই তলমূৰ কৰিলে।

"বলা তেন্তে যাওঁ।"

"বহুকচোন অলপ সময়। আমাৰ ঘৰত আপোনাৰ দৰে লোক

একজনো সোমোৱা নাছিল। আপোনাৰ পদধূলিত আমাৰ ঘৰটোৱেই গৌৰবান্বিত হৈ উঠিছে। ইয়ালৈ আছে ঔষধ বিচাৰি বন্ধুৱা জাতিৰ কিচ্‌কিচিয়া ক'লা মানুহ কিছুমান, গাত গাখীৰ আৰু গৰুৰ গোন্ধ ওলাই থকা নেপালী আৰু কেতিয়াবা মদ খাই চকু ৰঙা হৈ থকা ইয়াৰ চাৰেক বাসিন্দা। কিন্তু আজি আপুনি?"

প্ৰিয়াই প্ৰণৱৰ পিনে দৃষ্টি কৰি দূৰলৈ চায়।

"নহয় প্ৰিয়া, তুমি ভুল বুজিছা, সেই মানুহ বিলাকেইতো প্ৰকৃত মানুহ। আমাৰ দৰে সিহঁতৰ ভণ্ডামি নাই। যেতিয়া সিহঁতৰ খং উঠে, সিহঁতেই খঙকেই প্ৰকাশ কৰে, যেতিয়া সিহঁতে তোমাক ভাল পাব, সিহঁতে বুকুৰ মাজলৈ টানি নি মৰম কৰিব। সিহঁতেই ৰাইজ, সিহঁতেই জনতা, সিহঁতেই নৰৰূপী নাৰায়ণ। কিন্তু আমি?"

প্ৰণৱৰ মনলৈ বেজাৰৰ ভাৱ আহি যায়।

প্ৰিয়াই ভাৱে—তাইলৈ প্ৰণৱৰ হয়তো মৰম থকা সত্বেও তাইক বুকুৰ মাজলৈ আঁজুৰি নিয়া নাই, সেয়েই বোধহয় উচ্চ মানুহৰ সঙ্কোচ, তাকেই তেওঁ কৈছে ভণ্ডামি বুলি।

অলপ পিচতেই প্ৰণৱ উঠি গৈ বিচনাখনতেই বহি পৰিল। প্ৰিয়াৰ বুকুখন প্ৰথমতেই ঢপ্‌ঢপাই উঠি লাহে লাহে শান্ত হৈ পৰিল।

"তোমাক মোৰ সদায় মনত থাকিব। এই ক্ষন্তেকীয়া সময়ে মোক অপাৰ আনন্দ দিছে, এতিয়া যাওঁ বলা।"

প্ৰিয়াৰ চকুজুৰি হঠাতেই চল্‌চলীয়া হৈ উঠিল।

"মনত বেজাৰ কৰিলা যে?"

প্ৰিয়াৰ দুয়োচকুৰে দুটোপ চকুপানী ওলাই পৰিল।

প্ৰণৱে তাইৰ গাত হাত বুলাই সুধিলে, "কিয় বেজাৰ কৰিলা সোণ? কিবা বেয়া পালা নেকি?"

"নাপাওঁ আপোনাক যে আৰু কেতিয়া লগ পাম? মোৰ বাবে বাবাৰ চিন্তা। সেৱক আতাৰ লগত বাবাই মোৰ কেতিয়াবা বিয়াৰ আলোচনা কৰা কাণত পৰে।"

"তেওঁৰ যি কৰ্ত্তব্য, অকল তেওঁৱেই নহয়, আতাবো আংশিক ভাবে। সেয়েই তো জগতৰ গতানুগতিক নিয়ম।"

প্ৰণৱে তাইৰ গাত হাত বুলাই পুনৰ কলে, "কিমান যে ভাল লাগিল তোমাক, মনত ৰাখিবা দেই। বেলি পৰোঁ পৰোঁ হ'ল বলা।"

"বাবাক লগ নাপালেযে?"

"আতাৰ লগত আন সময়ত আহিম। মই ইয়াত এটি সপ্তাহ থাকো বুলি আহিছোঁ নহয়।"

প্ৰিয়াই থিয় হৈ টুপুৰকৈ প্ৰণৱৰ চৰণ চুই সেৱা কৰি কলে, "বেয়া নেপাব, আপোনাৰ উপযুক্ত অভ্যৰ্থনা কৰিব নোৱাৰিলোঁ।"

প্ৰণৱে তাইক তুলি ধৰি কলে, "শকত জলপানৰ অভ্যৰ্থনা মোৰ মুঠেই ভাল নালাগে, তুমি তাকেইতো অৰ্থ কৰিছা। তুমিয়েই মোৰ অভ্যৰ্থনা।"

তেতিয়া পশ্চিম আকাশত বেলিটো ৰঙা পৰি উঠিছে। দূৰৰ পৰ্ব্বতমালাৰ সবুজতাখিনি স্পষ্ট হৈ চিক্‌মিকাইছে। সুজুৰ বতাহ এচাটি আহি গছ-বনবোৰ নচুৱাই তুলিছে।

"বলা বাটেৰে পথাৰেদি ঘুৰি যাওঁ।"

দুয়ো পথাৰেদি আগবাঢ়ে।

"অ' তোমাৰ দেৰি হব নহয়।"

"দেৰি হলে আতাই থৈ যাব নহয়। তেওঁ থকাত আমাৰ একো চিন্তা নাই।"

"ঠিক মানুহ পাইছা।"

দুয়ো গৈ সত্ৰৰ চৌহদ প্ৰবেশ কৰি অলপ আগবঢ়াৰ লগে লগেই দুয়োৰো কাণত পৰিল গুণমালাৰ সুৰ—

"গোপীৰ প্ৰেমক জানি উদ্ধৱক।
পঠাই গোকুলক বুজাইলা নন্দন॥
কৃষ্ণক স্মৰিল চেতন হৰিল।
ক্ৰন্দন কৰিল লোতক জৰিল॥" ..

তেতিয়া এন্ধাৰ হৈ আহিলেও শুকুলা পৰুৱ পৰুমীৰ জোনটিয়ে ক্ষীণ পোহৰ এজলক ঢালি দিছে। বিস্তৃত অঞ্চলটিত এটি বিশালতা আৰু উদাৰতাৰ ভাব প্ৰকাশ পাইছে।

কিমান সময় সেই সুৰ আৰু সৌন্দৰ্য্যৰ প্ৰভাৱত বিমোৰ হৈ থাকিল ছুয়ো কব নোৱাৰিলে। পিছতেই ভোৰ তালৰ গহীন গম্ভীৰ প্ৰথম চাব পৰাৰ লগে লগেই ছুয়ো গৈ বহাঘৰৰ আলহী বহা কোঠাত সোমাল।

তাত মানুহ এজন বহি আছিল। এওঁলোক সুমোৱাৰ লগে লগেই সি উঠি কলে, "অ' বাইদেউ দেখোন।"

"অ, তুমি কিয় বহি আছা? নাম কীৰ্ত্তন নকৰিলা?" প্ৰিয়াই সুধিলে।

"বোখাৰ বাইদেউ। আতাৰ পৰা ছুটামান বড়ি নিও বুলিহে আহিছোঁ।"

আতাই যে মানুহৰ জ্বৰ-বেমাৰৰ ঔষধো দিয়ে প্ৰণৱে জানিব পাৰিলে। সি তেতিয়াই মানুহজনক সুধিলে, "তোমাৰ নাম কি? ক'ত থাকা?"

"আগতে নাম আছিল আমাৰ বুধিয়া মুণ্ডা, এতিয়া আমাৰ আতাই ৰাখিছে—বুদ্ধদেৱ মহন্ত।"

মানুহজনে দাঁত কেইটা উলিয়াই এটি খোলা হাঁহি মাৰে। তাৰ ক'লা মুখখনত বগা দাঁত কেইটা কেৰাচিন তেলৰ লেমটোৰ পোহৰত চিক্‌চিককৈ জ্বলি উঠে।

"বৰ সুন্দৰ নাম ৰাখিছে।"

"সুন্দৰ নাম ৰাখিলে কি হব? আমি যে মানুহবিলাক কুৎসিত, তাতেই আৰু গৰীব, তাতেই আৰু কুলিৰ সন্তান।"

কথাৰ লগে লগে তাৰ বেজাৰ মিহলি ভাব প্ৰকাশ হৈ উঠে।

"কুলিৰ দেখাত কুৎসিত গৰীব সন্তানৰ লোকসকলৰ অন্তৰ ৰাজ্যতেই সদায় বিৰাজমান হৈ আছে সুন্দৰৰ ৰাজ্য। তোমালোকক নিয়োগ কৰি মুনাফা লুণ্ঠনবাদীৰ দিন আৰু উকলিল। তোমালোকৰ

প্রাণৰ মাজত লুকাই থকা সুন্দৰৰ ৰাজ্যক বাহিৰত প্রতিষ্ঠা কৰিবৰ সময় হ'ল।"

প্রণবৰ কথাখিনি সি বুজিলেনে নাই তেওঁ কব নোৱাৰিলে, কিন্তু সেই বক্তৃতাখিনিয়ে তেওঁক তৃপ্তি দিলে।

"আমাৰ বুধি ককাই আমাৰ স্কুলৰো মেম্বাৰ। তেওঁৰ যুক্তি-বিলাক বৰ ভাল।" প্রিয়াই কয়।

"এ ভাল বেয়া কি আছে বাইদেউ। এই আতাজনক লগ পাইয়ে সুবাপান এৰি হৰি নাম লওঁ, নহলে আমি চুলাৰৰ দৰে খাই লৈ থাকিলোঁ হয়। এই আতাজন আহি আমাৰ বহুত উপকাৰ কৰিছে। অসুখ-বোখাৰত ইয়াৰ পৰা নি দুটা বড়ি খাই দিলেই ভাল হৈ যাওঁ। হৰিনাম লোৱা বাবে আমাক ডাইনীও ধৰিব নোৱাৰা হ'ল নহয় বাপেকে।"

তাৰ কথাত বৰ আমোদ পাই প্রণবে গম্ভীৰভাৱে কলে "হয় নেকি" বুলি।

"হয়তো প্রমাণ পাই গৈছোঁ। মাজে-সময়ে আতায়ে খং কৰি ইয়াৰ পৰা যাব ওলায়, আমিহে ৰাখি আছোঁ। আমি বা ৰাখিম কি? ইয়াত এজন নাগদেৱতা আছে নহয়, চোৰ-ডকাইত ইয়ালৈ একো আহিব নোৱাৰে। আতাই নাম প্রসঙ্গ কৰি থাকিলে ৰাতি কেতিয়াবা সেই দেৱতা আহি নাম শুনে। তাৰ নেজডাল চালৰ চটিত লাগি থাকে আৰু মুৰটো একেবাৰে আহি মাটিৰ কাষ পায়। আতাই তেতিয়া চকু মুদি লৈ তাল মাৰি মাৰি মুখেৰে গাই থাকে। হুঁ।"

দুয়ো বুধিয়াৰ কথাবিলাক শুনি বৰ আমোদ পায়।

এনেতে নাম প্রসঙ্গ সম্বৰণ কৰি সেৱকদেৱ সেইখিনি পালে।

"আতাদেৱ, বোখাৰৰ বড়ি দিয়কচোন। শৰীৰ খাৰাপ।"

"তোৰেই নে?"

"হয় আতা।"

"বহ। মৃত্যুৰ মহৌষধ ৰাম নাম বুলিছে জানিবি।"

বুধিয়াই মূৰ দুপিয়ায়।

বড়ি দুটা আনি তাক দিয়াত তিনিওকে নমস্কাৰ জনাই সি বিদায় ললে।

"পিপিৰ ঘৰ চাই আহিলা? ডাক্তৰক লগ পাইছিলা?"

"লগ পোৱা নাই।"

"কিছু সময় থাকিবলৈ কলোঁ, নাথাকিলে তেওঁ আতা, এতিয়া মোক থৈ আহিব লাগিব যে।"

প্ৰিয়াৰ কথা শুনি "বহু, প্ৰসন্নীয়া চুৰীয়া সলাই থৈ যাম। প্ৰণৱক ধৰি বান্ধি ৰাখিব নোৱাৰিলি?" তেওঁ সিপিনৰ সৰু কোঠাটোলৈ সোমাই যায়।

"কেনেকৈ পাৰিম?" বুলি কৈ প্ৰিয়াই প্ৰণৱৰ মুখৰ পিনে চাই ৰয়।

তাইৰ প্ৰতি প্ৰণৱৰ বৰ মোহ লাগি উঠে।

সেৱক ওলাই আহি প্ৰিয়াৰ মুখৰ পিনে চাই কয়, "চল, থৈ আহোঁ।"

তাই প্ৰণৱৰ পিনে চোৱাত—"নালাগে সি জিৰণি লওক" বুলি দুৱাৰ মুখ ওলালেই।

"কেনে পালি প্ৰণৱক?"

"ভালেই।"

"যদি মন কৰ চা, দুয়ো মিলিবি কিন্তু।"

"ইহ!"

[ ৭ ]

তামোলপুৰত হোৱা শ্ৰমজীৱী শক্তি-সংঘৰ তিনিদিনীয়া অধিবেশনে সমগ্ৰ অঞ্চলটোতেই এটি বাককৈয়ে আলোড়নৰ সৃষ্টি কৰিলে। ইয়াৰ দুই-চাৰিদিন আগতেই সেই অঞ্চলত লুটপাত আৰু ঘৰত অগ্নি সংযোগ হব বুলি এটি উৰা বাতৰি এনেভাৱে প্ৰচাৰ হৈছিল যে মাইজে

নজনাকৈয়ে প্ৰায় এহেজাৰ সশস্ত্ৰ চিপাহী বাতিতেই আহি এ মাইল আঁতৰতেই কেম্প কৰি বন্দুক বায়োনেটেৰে সাজু হৈ আছিল। মানুহে নজনাকৈ বহুত চোৰাংচোৱাই হেনো অঞ্চলটোত তহল দি ফুৰিছিল।

বেচি ভয় খাইছিল ৰূপা মহাজন আৰু বৰলা মহাজনে। অঞ্চলটোত তেওঁলোকক মানুহে ধনী বুলি কয়। পৃথিবীৰ ধনীৰ আগত তেওঁলোক একোৱে নহয়। কথা হৈছে, গছ নোহোৱা ঠাইত এড়াই ৰৰ গছৰ দৰে নিঃকিন সমাজত তেওঁলোকেই আঢ্যৱন্ত। সংঘৰ কোনোবা এজন গোপনে হেনো তেওঁলোকক বুজাইছিল যে তেওঁলোক প্ৰকৃততে শ্ৰমজীৱীয়েই। হলেও, ধনী নেদেখা মানুহে তেওঁলোককেই ধনী বুলি ধৰি লৈ আক্ৰোশৰ ভাৱেৰে চোৱাটো অস্বাভাৱিক কথা নাছিল। তেওঁলোকেও ভয় খাইছিল আৰু কিবা অপকাৰ হব বুলি গোপনে অধিবেশনৰ বাবে বৰঙণি দিছিল।

অধিবেশনত বৃটিচ ৰাজত্বক নিন্দা কৰা হৈছিল। সেই কলঙ্কিত ৰাজত্ব ঘটি উঠা শোষণ, অত্যাচাৰ আৰু বুৰজ্জা বিকৃতিকৰণক তীব্ৰভাৱে সমালোচনা কৰা হৈছিল। ক্ষমতাৰ থকত ভাৰতক খণ্ডিত কৰা চৰ্ত্তত দেশৰ শাসনভাৰ গ্ৰহণ কৰোঁতে ধনী আৰু বুৰ্জ্জোৱা নেতাসকলক অভিসম্পাত দিছিল। ধৰ্ম্মৰ দোহাই দি অজলা ৰাইজক উন্মাদ কৰা নেতাসকলৰ মুখত থু-থুৱাইছিল। বিপ্লৱৰ সকলো অৱস্থা পৈণত হৈ মুঠাৰ বাবেই তেতিয়া ক্ষমতা সৰ্ব্ব জনতাৰ হাতত নপৰি, পৰি গ'ল এক শ্ৰেণীৰ মানুহৰ হাতত। বৃটিচৰ বিৰুদ্ধে সেই শ্ৰেণীয়ে বিদ্ৰোহ কৰিলেও, তাৰ উদ্দেশ্য আছিল বৃটিচ ৰাজত্বৰ পৰিবৰ্ত্তে সেই এক শ্ৰেণীৰ ৰাজত্ব স্থাপন কৰা। সেয়েই সৰ্ব্বজনতাই সাম্ৰাজ্যবাদীৰ বেহু ভেদ কৰি ক্ষমতা দখল্ কৰিবলৈ অপাৰগ হ'ল। যি মুহূৰ্ত্তত কুন্তীৰ দেহ উদৰৰ পৰা ভীমৰ জন্ম হয়, সেইদিনাই দৃষ্টিহীন গান্ধাৰীয়ে সাঁচি থোৱা কুম্ভ উদৰৰ পৰা দুৰ্য্যোধনৰো জন্ম হৈ পৰে, হলেও ভীমৰ হাতত দুৰ্য্যোধনৰ উৰুভঙ্গ স্বাভাৱিক।

এইবাৰ কথা ওলোৱাত ৰাইজে হাত চাপৰি দি গিজৰণি মাৰি

উঠিছিল, যেন কোনোবা হিংসুক ছুৰ্য্যোধনকহে তেওঁলোকে খিতাতেই আক্ৰমণ কৰিব।

এনেদৰেই চেতনা আৰু প্ৰেৰণাৰ মাজেৰে সেই সভা পাৰ হৈ গ'ল। চাৰিওপিনৰ লোক চাৰিওপিনে গুচি গ'ল। মানুহ ভাগি যোৱাত স্থানীয় লোকৰ মন কিছুদিনলৈ উকণ্ডা উকণ্ডা লাগিল। ছুই-চাৰিয়ে সন্দেহ কৰিছিল যদিও যে এনেধৰণৰ সভা-সমিতিয়ে বাইজৰ মাজত বিশৃংখলতাৰ সৃষ্টি হব, লুটপাত আৰু ডকাইতি হব, ঘৰত অগ্নিসংযোগ হব, এনেবোৰ একো নোহোৱাত তেনে বিশ্বাসীৰ মনত অসন্তোষেহে দেখা দিলে। তেওঁলোকে নাজানে যে বিপ্লৱৰ অৰ্থ বিশৃংখলতা নহয়।

চিপাহী-চন্তৰী তাত প্ৰায় এমাহ আছিল। পিছে, কোনো বে-আইনী কাৰ্য্য নোহোৱাত তাৰ একাংশ চৰকাৰে আন ঠাইলৈ লৈ গ'ল। পথাৰৰ একাংশ উদং হৈ পৰিল, শ্ৰমজীৱী বাইজেও দেখিলে সৃষ্টিশীল জীৱন, ছুশ্চিন্তা আৰু বাধা-বিঘিনি হীন উন্নত জীৱনৰ সপোন। বায়ু-পানী-মাটি ভগৱানৰ উদাৰ দান, ইয়াত ব্যক্তিগত মালিকী স্বত্ব কেতিয়াও থাকিব নোৱাৰে। যৌথবাদৰ মনোভাৱেৰে ইয়াৰ সংব্যৱহাৰ কৰিলেহে মানুহৰ কল্যাণ সাধন হব পাৰে, বহুতৰেই বিশ্বাস জন্মি আহিল এনে দৰেই।

ইয়াৰ কেইদিনমান পিছতেই মন্ত্ৰী অক্লান্ত তিনিদিনীয়া ভ্ৰমণ সূচীৰে নলবাৰীলৈ আহিল। খয়ৰাম ডাণ্ডৰীয়াই লগত ছুজন নন্দী-ভৃঙ্গী লৈ মন্ত্ৰীক সাক্ষাৎ কৰি অঞ্চলৰ বহুত গোপন বাতৰি তেওঁৰ আগত দাঙি ধৰিলে। বিপুল মহাজন আৰু জীৱনৰ কাৰ্য্যাৱলীৰ এটি সম্পূৰ্ণ তথ্য আগবঢ়ালে আৰু লগত ইয়াৰ প্ৰতিকাৰবো ইংগিত লগে লগে দি গ'ল।

গহীনভাৱে মন্ত্ৰীয়ে তেওঁৰ কথা শুনিলে। তেওঁৰ বগা টুপীটোৰ তলত ঘামৰ টোপা ওলাই লুকাই লুকাই থাকিল।

ৰাজহুৱা কথাৰ বাহিৰেও, খয়ৰামে আৰু কিছুমান কথা মন্ত্ৰীৰ আগত দাঙি ধৰি কিছু অসন্তুষ্টিৰ ভাবকেই প্ৰকাশ কৰিলে। ভাবেই

প্ৰথমটো হ'ল,—ভতিজাকৰ নামত হৰ লগা পেট্ৰোল আৰু ডিজেলৰ পাৰ্মিট, তেওঁৰ দুজন নন্দী-ভৃঙ্গীৰ নামত খোজা গুৱাহাটীত চিটি-বাচ দুখন, থমথমাত বহুবাৰ খোজা ধান বনা হলাৰ দুটা, বড়াইগাওঁৰ পৰা পাঁচ মাইল আঁতৰত চাপাগুৰীৰ উত্তৰে সমবায় কৃষিৰ বাবে বিচৰা এশ বিঘা মাটি, ইয়াৰ বাহিৰেও আৰু সৰু সৰু কথা বহুত।

"জানেই নহয়, হুকুম হোৱাৰ পিছতো বণ্ডাফিতাৰ আহোতে এদিনৰ কামটোত এমাহ হয়। চব হৈ গৈছে। হৈয়ে থাকিব। কিন্তু থমথমাৰ কালে হলাৰ পতাটো ভাবি চাব। মিটিঙৰ খবৰ দেখো পাইছেই।"

মন্ত্ৰীৰ কথাবাৰ শুনিয়েই খয়ৰামে কৈ উঠিল, "পুলিচৰ লাঠিৰ কোবত বেটাহঁতক ঠিক কৰি দিয়াম, গোলমাল কৰিব?"

অক্লান্তদেৱে হাঁহিলে, এটি অৰ্থপূৰ্ণ হাঁহিৰে হাঁহিলে।

খয়ৰামেও তেওঁৰ নীৰস হাঁহিটো প্ৰকাশ কৰি ভৰি দুখন লাহে লাহে নচুৱালে, শিল্পীৰ অনুপ্ৰেৰণাত নহয়, মুদ্ৰাদোষৰ অজ্ঞানতাতহে।

অঞ্চলৰ আন মানুহো আহি মন্ত্ৰীৰ লগত দেখা সাক্ষাৎ হয়। তেওঁ সকলোৰে লগত হাঁহি আৰু অতি আপোন ভাব দেখুৱাই কথা কব জানে, সেয়ে মানুহে কিবা বিচাৰি আহিলেই, পিছত কামটো হওক বা নহওক সেই সময়ত সন্তুষ্ট হৈ যায়, নহলেনো ১৯৪৭ চনৰ পিছৰ পৰাই আজিলৈ তেওঁ মন্ত্ৰীপদত অধিষ্ঠিত হৈ থাকিব পাৰেনে? সাধাৰণ মানুহৰ লগতো তেওঁৰ উঠক-বৈঠক আছে। এই পিনে আহিলেই তাহানিৰ শৰৎ মণ্ডলৰ ঘৰত আজিকালিৰ শৰৎ ঠিকাদাৰৰ ঘৰলৈ এবাৰ যায়। বিয়াল্লিচৰ আন্দোলনৰ সময়ত মন্ত্ৰীদেৱে আত্ম-গোপন কৰি থকা কালত মাজে-সময়ে নিশা ইয়াত জিৰণি লৈছিল। তেতিয়াৰ পৰাই শৰতৰ পত্নী মালতীৰ লগত তেওঁৰ বৰ ভাল। মন্ত্ৰীৰ অনুগ্ৰহতেই শৰৎ আজি এজন চহকী লোক। তেওঁৰ ল'ৰাই চৰকাৰৰ খৰচত আমেৰিকাত ইঞ্জিনিয়াৰিং পঢ়িবলৈ সুযোগ পাইছে।

মন্ত্ৰীৰ লগতে তিনিজনীয়া বিশেষজ্ঞৰ দল এটি লৈ পাগলাদিয়াৰ

গতিৰ নিৰীক্ষণ আৰু অধ্যয়ন কৰিবলৈ আহিছিল। ইয়াৰ বাবে ৰাইজ মন্ত্ৰীৰ ওপৰত সন্তুষ্টও হৈছিল।

চৰকাৰৰ বিৰোধী কিছুমান মানুহৰ গতিবিধিৰ কথা কৈ দুজন লোকে তেওঁক তামোলপুৰৰ পিনে যাবলৈ অনুৰোধ কৰিছিল, কিন্তু তেওঁলোকক মন্ত্ৰী গৰাকীয়ে বুজাই দিলে যে, তেনেলোকৰ নিৰীক্ষকৰ বাবে এটা বিভাগেই আছে নহয়, তেনে অফিচাৰ তেওঁলোকে তাত নজনাকৈয়ে ঘূৰি আছে।

মন্ত্ৰী ৰাজধানীলৈ প্ৰত্যাবৰ্ত্তন কৰিলে।

তেওঁ যোৱাৰ কেইদিনমান পিছতেই গড়কাপ্তানি বিভাগৰ দুজন বৰ বিষয়া বদলি হ'ল। সিপিনে বিপুল মহাজনৰ দুখন বাচৰ পাৰ্মিট সাধাৰণ কথাতেই নাকচ হ'ল। হাউলীৰ চাৰি মাইলৰ খুটাৰ চোকটোত নতুন ডিজেল পাম্প এটা বহিল। মৰা নদীৰ পাৰেদি এদিন হিৰ্‌হিৰ্-গিৰ্‌গিৰাই খেতি কৰা ট্ৰেক্টৰ এখন নগৰত খদম্-দম্ লগাই চাউল খোৱাৰ দলং পাৰ হৈ উত্তৰ-মুৱা হ'ল। মানুহে কোৱা-কুই কৰিলে যে খয়ৰামৰ ভতিজা, গাৰঁলীয়া বেঙ্কৰ চেক্ৰেটাৰীৰ পুতেক আৰু দুজনমানৰ সমবায়ী কৃষি পামৰ বাবে হেনো চৰকাৰী খৰচত এই ট্ৰেক্টৰ কিনি আনিছে। বৰমুনি আগৰৱালাই হাঁহি হাঁহি দুজনমান মানুহৰ আগত কলে যে, এইটো বৰ ভাল কাম হৈছে, নাঙল মাৰি খেতি কৰা দিন আৰু এতিয়া নাই। এতিয়া মেচিনৰ যুগ, নাঙলবোৰ পুৰি পেলাবহে লাগে।

হঠাতেই বগা সেই পিনেদি আহিছিল। তাৰ কাণত পৰিল কথাবাৰ। গোটেই শৰীৰটো তাৰ বেজবেজাই গ'ল। মুখেৰে একো নকৈ মনতেই ভাবিলে,—নাঙলৰ লগত তইঁতকো পুৰিব লাগিল, লাভখোৰ আৰু ভেজালীক শেষ কৰা হব। তইঁতে কি বুজিবি—একোখন নাঙলৰ লগত একোটি দুখীয়া পৰিয়াল জীয়াই থাকে। সি বেগাবেগিকৈ প্ৰেছলৈ খোজ লয়। গৈয়েই সি আনন্দ মনেৰে কামত লাগি যায়।

ভিতৰৰ পিনে বিপুল মহাজনৰ লগত জীৱনে কথা পাতিছে। মহাজনৰ মুখ-মণ্ডলত চিন্তাৰ প্ৰলেপ।

"কি কৰিবহে মোক গাহৰি খোৱা মন্ত্ৰীয়ে? ছোৱালী তিনিটা বিয়া দি উঠিলোঁ, মোৰ যিখিনি সা-সম্পত্তি আছে শ্ৰমজীৱীৰ নামত নাম জাৰী কৰি দিম। আমাৰ বুঢ়া-বুঢ়ী দুটাৰ হৈ যাব, আমাৰ গাঁঠিৰ ধনেৰেই। বাচ কেনচেল কৰি বা মাটি কেনচেল কৰি মোৰ সি কি নোম লৰাব?"

"ক্ষমতা আছে তাকে দেখুৱাইছে। ৰাৱণৰো এদিন ক্ষমতা আছিল।"

এটি গোজৰণি মাৰি জীৱনে কয়।

মহাজনে নিজৰ কৰঙনত কেইটামান চাপৰ মাৰি কৈ উঠে, "ৰাইজৰ ভোটৰ ওপৰত পোৱা তাৰ ক্ষমতা। কিমান টকা তাক মই দিলোঁ। সি অকৃতজ্ঞ। কথা নাই, দুখ নাই মোৰ।"

"থৈ দে, যি আছে তোৰ তাকেই চলাই খালেই হৈ যাব। নাট্য সংঘটোকেই ভালকৈ স্থাপন কৰা য'ক। তাকেই লৈ অসম-বঙ্গ-উৰিষ্যাত এটা ভ্ৰমণ কৰা য'ক, কি কৱ তই?"

"খুব ভাল কথা। আখৰা আৰম্ভ কৰিব লাগে। দেশত এতিয়া গায়ক-গায়িকা, ভাওৰীয়া-ভাওৰীয়ানীৰ অভাৱ নাই। ভাল কথাটো তই মনত কৰিছ।"

"ভাওৰীয়া-ভাওৰীয়ানী লাগে বুলি খবৰৰ কাগজত এটা এড্‌-ভাৰটাইজ কৰি দিয়া যাওঁক। পিছে আমাৰ কমিটিখন আগতে পাতি লব লাগিছিল নহয়।"

"লম, লম, এড্‌ভাৰটাইজটো তোৰ নামতেই কৰি দে। খৰচটো মই দিম। তোৰ নাটক আছে নহয়।"

"তোৰ নাটক এখনকেই আৰম্ভ কৰা যাওক।"

"নাটক চাৰিখন বাচনি কৰিব লাগিব। কোনো এঠাইলৈ গলে চাৰিদিন থাকি চাৰিখন নাটকৰ অভিনয় কৰিব লাগিব। কাতি, আঘোণ, পুহ আৰু মাঘ মাহত আমি অভিনয় চলাব লাগিব।"

"এনে এখন নাটক কৰিব নোৱাৰিলে যি নাটকৰ অভিনয়ত মানুহে সমাজৰ অন্যায়, অত্যাচাৰ, উৎপীড়নৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিব, হেৰোৱা মনুষ্যত্ব পুনৰ সঞ্জীৱিত কৰি তুলিব, সমাজ বিৰোধী দানৱক টেটু চেপি শেষ কৰিবলৈ অনুপ্ৰেৰণা পাব, দেৱৰ বাহুনি মনুষ্য জনমক সুন্দৰ কৰি তুলিবলৈ আহিঁ বিচাৰি পাব ?"

বিপুলৰ যেন আৰু কিবা কথা আছিল আৰু কিবা-কিবি ভাৱ মনৰ ভিতৰত গুমৰি উঠিছিল, কিন্তু সেই ভাৱবোৰ প্ৰকাশ কৰিবলৈ তেওঁৰ ভাষাৰ অভাৱ হৈছিল।

জীৱনে মূৰ তুপিয়াই গহীন ভাৱে কৈ উঠিল,—"আছে হব—যুগান্তৰ সূৰুয উঠিব আৰু পৃথিৱী তেতিয়া পোহৰ হব।"

তেতিয়া প্ৰেছৰ ঘিৰ ঘিৰণি উঠিছে। সেই শৱদ শুনি জীৱনৰ মনটো ভাল লাগি যায়। অনুপ্ৰেৰণা আহে যেন মানৱ জাতিৰ বাবে তেওঁ বিপুল ভাৱে কাম কৰি যাব। চাকৰিৰ দিন কেইটা অনাহকতে গ'ল বুলি তেওঁৰ ধাৰণা হৈ আছে।

সেই অমূল্য দিনবোৰ যেন তেওঁ ওভাটাই আনিব—এনে হাবিলাস জাগি উঠে।

আৰু ক্ষন্তেক বহি বিপুল উঠি যায়। জীৱনে তাৰ পৰা উঠি গৈ তেওঁৰ লিখা-পঢ়া কৰা কমটোত বহে।

কোঠাটো সৰু। তাত মেজ এখন আৰু চকি দুখন আছে। এখনি সৰু চেল্‌ফত কিছুমান কিতাপ। বেৰত কেলেণ্ডাৰ এখন অৰা আছে। সমুখেদি লুইতকোঁৱৰ বিষ্ণুপ্ৰসাদ ৰাভাদেৱৰ প্ৰতিচ্ছবি এখন। কোনো ৰাজনৈতিক নেতাৰ চিত্ৰ আদি তাত নাই।

জীৱনে বহিয়েই তাত সেই হাতে লিখা নাট যুগান্তৰ সূৰুযৰ পাত অ'ত ত'ত পঢ়ি চাই দুটা-এটাকৈ পাত বগৰাইছে।

তিনিজন মানুহ একেলগে একে সময়তে বিভিন্ন ঠাইৰ পৰা আহি জেলৰ কয়েদি হ'ল। তাতেই চিনা পৰিচয় হ'ল তিনিওৰে। ৰুচি আদ-বয়সীয়া, গহীনৰ যৌৱনৰ দিনবোৰ প্ৰায় শেষ হৈ আহিছে, চান্দ

সম্পূৰ্ণ ডেকা। হলেও, সমবয়সীয়াৰ লগে তিনিও যেন মিলি এক হ'ল। দীঘলীয়া জেইল জীৱন তিনিওৰে।

কামৰ লগে লগে তিনিও বেলেগ কথা পাতে। কেতিয়াবা তিনিও মিলি গীত পদো গায়, সুযোগ পালে তিনিও এটি চিত্ৰৰ অভিনয় কৰি আন আন কয়েদিক আমোদ আৰু আনন্দ দিয়ে। গহীন ভীম হলে, কচিয়ে দুঃশাসন হৈ বচন কৰলৈ ধৰে তাৰ মাজতেই চান্দক কৃষ্ণ হৰলৈ শিকাই দিয়ে।

এদিন গহীনে খুব তৰ্জন গৰ্জন কৰি কবলৈ ধৰিছে, "ধৃতৰাষ্ট্ৰ, চকু থাকিলেও তোমাৰ দৃষ্টি নাই, অন্তৰ থাকিলেও তোমাৰ অনুভূতি নাই। তোমাৰ দুঃশাসনৰ দ্বাৰা দ্ৰৌপদীৰ বস্ত্ৰ হৰণ হৈছে। হে ধৃতৰাষ্ট্ৰ, তোমাক ৰাষ্ট্ৰহীন কৰি দিয়াই মোৰ বিপ্লব।"

তেতিয়া সকলোৱে গিৰ্ গিৰ্ কৈ হাঁহি দিছে, কিছুমানে হাত চাপৰি বজাইছে।

"ঐ তহঁতে কিহৰ গোলমাল কৰিছ অ'? যা নিজৰ নিজৰ কামলৈ, কোৰত চাল যাব, যা।"

বৰ চিপাহীৰ গোঙৰণিত সকলো পলাই ফাট মাৰে।

অ' মোৰ মনুৱা অ'
অ' মোৰ মনুৱা
অ' মোৰ কনুৱা
কাহানি পাম মই তোক।
দুপৰৰ বেলাতে অ'
অ' মোৰ মনুৱা অ'
কাহানি পাহৰিম শোক
দুটি কলি এটি পাত
চাহাবৰ বাগিছাত
বীণ বাই আছিলো য'ত।
কেনেকৈ আহিলি ?
কেনেকৈ ভাবিলি ?
সুকৰ হৈ মাৰ গলি ক'ত ?

"বৰ ভাল গীত গায়হে সেই জেকাজনে ?"

"এৰা, গীতেই বোধহয় বেচেৰাক জীয়াই ৰাখিছে ? তাৰ নামটো চান্দ।"

"কিয়বা সি আহি ইয়াত সোমাল ?" নতুনকৈ অহা সহকাৰী জেইলাৰজনে পুৰণি চিপাহীজনক সোধে।

"বৰ দুখৰ কাহিনী!"

জেইলাৰে তাৰ মুখলৈ চাই ৰয়।

"প্ৰেম বলীয়া চাৰ। বাগানৰ মুকলি প্ৰেম। তাৰ প্ৰেমিকাক কোনোবাই কাটি নিলে। সি খেদি গ'ল, আক্ৰমণ কৰিলে আৰু দীঘল চুৰিৰে চাৰিটা খোঁচতেই তাক শেষ কৰিলে। কিন্তু নাৰীৰ প্ৰেম। প্ৰত্যাখিত হ'ল সেই প্ৰেমিকাৰ পৰা সি। নিজৰ বুকুতেই নিজে এটি খোঁচ মাৰি দিলে। মামলা হ'ল বিচাৰত সশ্ৰম কাৰাদণ্ড দহবছৰলৈ।"

"বৰ দুখ লাগে দেই।"

"চাৰ ৰহস্যৰ ৰহঘৰা এই জেইল। আৰু দুজন আছে, মাজে মাজে বৰ সুন্দৰ অভিনয় কৰে। আমি আঁতৰৰ পৰা আলেঙে আলেঙে কেতিয়াবা চাওঁ। বাঃ, যি ভীম-অৰ্জ্জুন হৰ!"

"হয় নেকি ?"

"দুয়ো অভিনেতাই আছিল। তাতেই কিবা অভিনেত্ৰীক লৈ গোলমাল, খেলি-মেলি।"

বাহিৰত ঘণ্টাৰ কোৰ পৰাত দুয়ো আন পিনে ওলাই যায়।

এনেতে জীৱনক পিয়নে এখন চিঠি দিয়ে। প্ৰণৱৰ চিঠি। লৰালৰিকৈ চিঠিখন খোলে। বেচি দীঘলীয়া চিঠি নহয়। আন কথাৰ লগতেই লিখিছে :—

হৰি সেৱক আতাই প্ৰকৃততে অনাদৃত মানুহৰ সেৱাই কৰিছে। তেওঁৰ আশ্ৰমৰ কাষতেই অমৰ দত্ত নামৰ ডাক্তৰ এজন থাকে।

এই অঞ্চলটো বৰ ধুনীয়া। কবকাল বতবত উত্তৰ পিনৰ পৰ্ব্বতৰ দৃশ্যটো বৰ মনোৰম।

আমি সকলো খবৰ পাইছোঁ। বহুত দল থাকি দেশত একো লাভ নাই। আমাৰ যুব সংঘই বিপ্লবী প্ৰগতিশীল দলতেই যাব যাবলৈ ঠিক কৰিছে। তিনিটা দলতকৈ বেচি দল থকাটো দেশৰ কাৰণে মঙ্গলজনক নহয়। যি দল জনসাধাৰণৰ ৰাজনৈতিক অগ্ৰগণী বাহিনী আৰু জনসাধাৰণৰ সাৰ্থক মূল তত্ত্ব কৰি লব পাৰে, সেই দলেই জনসাধাৰণৰ দল।

ইয়াত সংগঠনৰ কাম অলেখ আছে।

কিছুমান কামলৈ আপোনাৰ তালৈ যাব লাগিছোঁ।

চিঠিখন পঢ়ি শেষ কৰি জীৱনে এই ডেকাজনৰ কথা ভাবে। নতুন ভাব আৰু কৰ্ম্ম-স্পৃহাত অনুপ্ৰাণিত এই ডেকাসকলক দেশৰ প্ৰকৃত কামত লগাব পাৰিলে দেশৰ উপকাৰ হব, জনগণৰ কল্যাণ হব। যেতিয়ালৈ সমাজত বিৰোধী অৰ্থনৈতিক, ৰাজনৈতিক আৰু সামাজিক স্বাৰ্থৰ দল শক্তিশালী হৈ থাকিব, সিমান দিনলৈকেই ৰাষ্ট্ৰ হৈছে,—ধৃতৰাষ্ট্ৰ আৰু তেতিয়ালৈ ধৃতৰাষ্ট্ৰৰ দুঃশাসনত জনসাধাৰণত আৰ্ত্তনাদ সমাজ আকাশত ধ্বনি আৰু প্ৰতিধ্বনিত হৈ থাকিব।

এনেতে বগা সোমাই আহি কলে,—"ককাইদেউ, এজন গ্ৰাহক আহিছে।"

"গৈছোঁ।"

তাতেই জীৱনৰ ভাৱধাৰাৰ সামৰণি পৰিল। তেওঁ চিঠিখন কাইল এটাত থলে আৰু হাতেলিখা নাটকখনো বান্ধি থৈ ওলাই আহি প্ৰেছ পালেহি।

[ ৮ ]

প্ৰণৱে টোপনিৰ পৰা সাৰ পাইয়ে খিৰিকিখন মেলি চাই দেখে যে পূবৰ পিনে সূৰুযটো ৰঙা হৈ উঠি আহিছে। সূৰুযটোৰ কিবা এটা নতুন ৰূপ দেখি সি যেন চক খাই উঠিল। নগৰৰ ভিতৰত

এনে মধুৰ প্ৰভাত কেতিয়াও চকুত নপৰে। নগৰৰ বাহিৰৰ সৰু ঘৰটোত থাকিবৰ তাৰ এতিয়াও এমাহ নৌহয়। উষা-চিত্ৰলেখাৰ নতুন সপোনৰ দৰে সিও যেন নেদেখা জীৱনৰ সৌন্দৰ্য্য দেখি সচকিত হৈ উঠিল।

কিছু সময় সি তেনেকৈ বৈ থকাত চকু দুটাত তাৰ পোৰণি উঠা যেন পালে। আন পিনে দৃষ্টি কৰি সি চকু দুটা মোহাৰি বাহিৰলৈ ওলাই আহিল।

কাতিৰ মাজ ভাগ। অলপ অলপ চেঁচা পৰিছে। আঁতবেদি থকা শেৱালি ফুলজোপাৰ ফুলবোৰ সৰি সৰি তলখন বগা পৰি আছে।

তেজপুৰৰ কলেজলৈ শিক্ষক হৈ আহিবৰ জীৱনৰ এই দুমাহ হ'ল। গুৱাহাটী এৰি আহি প্ৰথমতে বেয়া লাগিছিল যদিও, এই অলপদিনৰ ভিতৰতে মনটো ভাল লাগি আহিছে। হলেও, গুৱাহাটীৰ লগত তাৰ সম্পূৰ্ণ সম্বন্ধ আছে। মহাবীৰ দেশপ্ৰেমিক লাচিতৰ মহান বাণী দেশতকৈ মোমাই ডাঙৰ নহয় সাৰোগত কৰি দেশ গঢ়িবলৈ হাবিলাস কৰা ডেকাসকলৰ লগত তেওঁৰ সম্বন্ধ এতিয়াও ওতঃপ্ৰোত ভাবে জড়িত।

প্ৰণৱে মুখ-হাত ধুই কিতাপ এখন হাতত লৈ বহিছে। পঢ়াত তাৰ মন বহা নাছিল, তথাপিও কলেজৰ আজিৰ পাঠৰ বক্তৃতাখিনিৰ পয়েণ্টবোৰলৈ নজৰ দি ওপৰে ওপৰে পঢ়িবলৈ যত্ন কৰিছিল।

দুখন চিঠি সি কালি একেলগে পাইছে,—ককায়েকৰ আৰু প্ৰিয়াৰ।

ককায়েকে লিখিছে,—বিপুল মহাজনৰ জীয়ৰী উষাক তেওঁলৈ দিব খুজিছে। বিয়াৰ খৰচ সকলো দৰকাৰ হলে তেওঁলোকেই বহন কৰিব। তেওঁৰ পূৰ্ব্বৰ শিক্ষাগুৰু জীৱনদেৱেই হেনো এই বিবাহৰ প্ৰথম প্ৰস্তাৱক। এই ছোৱালীজনী দি উঠিব পাৰিলে হেনো মহাজনে সকলো সা-সম্পত্তি বাইজৰ হাতত দিব। তেওঁৰ তিনিজনী ছোৱালীৰ এইজনীয়ে সুমলীয়া।

আনখন প্ৰিয়াৰ। লিখিছে বহুত। তাৰ ভিতৰতেই—আপুনি ইয়াত থকা দিন দুটিত পৃথিবীত নতুন সৌন্দৰ্য্য দেখিলোঁ। যিদিনা আপুনি আমাৰ ঘৰলৈ আহিছিল, তাৰ পিছদিনা যেতিয়া মই সাৰ পালোঁ, তেতিয়া মই অনুভৱ কৰিলোঁ যে মোৰ হৃদয়খনে যেন কিবা বিচাৰিছে। মই বাহিৰলৈ ওলাই আহি দেখিলোঁ—বগা ফুলৰ্টোৱে যেন কিবা এটি নতুন ৰূপ লৈ পূৰত হাঁহি মাৰি থিয় হৈছে। মই চক খাই উঠিলোঁ। তেনেকৈ বহুত দিনেই মই ফুল উঠা দেখিছোঁ, কিন্তু কোনো দিনা পুৰাৰ ফুলত তেনে নতুন সৌন্দৰ্য্য দেখা নাই। কিয় তেনে সৌন্দৰ্য্য মই দেখিলোঁ?

দুয়োখন চিঠি পঢ়ি শেষ কৰি তাৰ মূৰটো ঘূৰা যেন লাগিল। পিছতেই সুস্থিৰ হৈ ভাবিলে, লোকৰ ব্যক্তিগত কথালৈ মূৰ ঘমাবলৈ জীৱনদেৱৰ কি হৈছে? মানুহজনৰ প্ৰতি তাৰ খং উঠি আহিল। ককায়েক অযোধ্যা মাষ্টৰলৈও তেওঁৰ এটি বিৰক্তি জন্মিল। এনেয়ে দেখোঁ তেওঁ বৰ ভয়াতুৰ, আনকি ৰজাৰ বিৰোধী মানুহৰ বাপেক শ্ৰাদ্ধলৈও যাবলৈ ভয় কৰে। বিপুল মহাজনে দেশৰ প্ৰগতিশীলতাৰ লগত হাত মিলাবলৈ যাওঁতে, ককায়েকোনো কেনেকৈ তেনে লোকৰ লগত মিতিৰালি কৰিবলৈ খুজিছে? ইয়াৰ কিবা এটা ভিতৰুৱা অৰ্থ সি বিচাৰি চায়।

এনেতে তাৰ কাণত পৰিল কোনোবাই গলগলীয়া গলাৰে গীত গাই আহিছে:—

"কিনো গীত গাইলি চান্দৰে।
কিনো গীত গাইলি চান্দ॥
সাগৰৰ মাজতে ঘোঁৰাৰ ঠকেঠকি
নগৰত বুৰিলে নাৱ।
কহতু চান্দ খাঁই এই গীত ৰচিলোঁ
বুজা ভকতিৰ ভাৱ॥"

গায়কজনে ক্ষন্তেক নঙলামুখত ৰৈছে। প্ৰণৱে ভাবিলে, কোনোবা ভিক্ষুক আহিছে নেকি? এনেকৈ থাকোঁতেই গৰ্‌গৰীয়া মাতেৰে মাত লগালে 'প্ৰণৱ' বুলি।

নিশ্চয় কোনোবা আপোন মানুহ, নহলে এই ঠাইত তাক নাম কাটি মাতোতা কোনো নাই।

"অ' আপুনি ? নাম কাটি মতা দেখি আচৰিত হৈ গলোঁ।"

"মোৰ মাতটো ?"

"মাত চিনি পালেও, ভাব নাই নহয়। আহক, বহক। বৰ ভাল লাগিল আপুনি অহাত।"

"কৃষ্ণ বাপা, ভাগৰ লাগে আজিকালি।"

"আহিল ক'ৰ পৰা ?"

"বেচেৰীয়াৰ বাইজে মোক অভিনন্দন দিবলৈ মাতি আনিছিল।"

"হৈ গ'ল ?"

"কালিয়েই হৈ গ'ল।"

তেওঁ সক টোপোলাটো প্ৰণৱৰ বিচনাৰ ওপৰতেই থৈ চকী এখনত বহি পৰিল।

"এ, খবৰ পালে, যাব পাৰিলো হয়, কালি দেওবাৰেই আছিল।"

"গাওঁতেই কৰিছেহে, হ'ক দিয়া। মানুহবিলাকৰ বৰ শ্ৰদ্ধা মোৰ প্ৰতি।"

"কিয় নহব আপোনাক সকলোৱে ভাল পায়।"

"তোমালোকেহে মোক মূল্য নিদিয়া ? পেঞ্চন পোৱাৰ পিছত তাতেই এবছৰ কাল মাষ্টৰী কৰিলোঁ নহয়। ল'ৰা-ছোৱালীখিনিয়ে মোক বৰ ভাল পায়।"

প্ৰণৱে শইকীয়া দেৱৰ পিনে চাই এটি শব্দহীন হাঁহি মাৰি তেওঁৰ কথাষাৰক সমৰ্থন জনোৱাৰ নিচিনা দেখুৱায়।

"আমাৰ জীৱনৰ কথাকেই কওঁ দিয়াচোন, ইমান টকা কৰিছে কিন্তু মোক সহায় নকৰে। এই বুঢ়া বয়সত মই কিমান জলো-পলো কৈ মৰিছোঁ। হে, সেই সময়ত মোক মাতি নিলে তেওঁৰ কেচ লাগোতে, ওভোটাই পঠালে টকা দহটা দি, মই দহ টকাৰহে মানুহ হলোনে ?"

খন্তেক শইকীয়াদেৱৰ মুখখন বক্তা পৰি উঠে। প্ৰণৱে আঁতিগুৰি

মইনে মাখো কলে, "আজিৰ দিনত কোনে কাক কেনেকৈ সহায় কৰিব? মহাৰ্ঘৰ দিন। এশ টকাৰেও এজন মানুহ চলিব নোৱাৰা হ'ল। নিজৰ ভাগ্যত নিজেই সন্তুষ্ট নাথাকিলে উপায় নাই।"

"তুমিও, ভাগ্য বিশ্বাস কৰা হলা?"

"তাৰ বাহিৰে মানুহৰ শান্তিৰ কি উপায় আছে? আৰু এটা কথা—দূৰৰ পৰ্ব্বতহে ধুনীয়া। জীৱন চাৰৰ যিমান টকা থকা বুলি আপুনি ভাবে, সিমান টকা তেওঁৰ নাই। আনে সুবুজিলেও তেওঁক মই বহুত বুজোঁ। দেশ-প্ৰেম তেওঁৰ বিৰাট, নিপীড়িত আৰু নিৰ্য্যাতিতৰ বাবেও তেওঁৰ প্ৰেম তেনেই, অন্তৰ তেওঁৰ অতি প্ৰশস্ত।"

"এ, থৈ দিয়াহে তোমাৰ গুণমালাখন। চাকৰি কৰি কিছু কোচাই লব পাৰিলে, আমিও দেশ-প্ৰেমৰ কাৰ্য্যসূচী হাতত লব পাৰিলোহেঁতেন।"

প্ৰণৱ নিমাতে থাকিল।

শইকীয়ায়ো কিছু সময় মনে মনে থাকি সুধিলে, "ৰবা, তোমাৰ ভাত-পানী বান্ধে কোনে?"

"প্ৰায় নিজেই বান্ধোঁ, কুকাৰ এটা আছে, তাতেই হৈ যায়।"

"তোমাৰ ককায়েৰাই বোলে অলপতে তোমাৰ ছোৱালী বিচাৰি গুৱাহাটীলৈ গৈছিল।"

"নাই ক'ত ছোৱালী বিচাৰি ফুৰিব? ককাইদেউৰ তেনে সাহ নাই। কোনোবাই কিবা কলে তাতে হয় হয় কৰে।"

"চিধা মানুহহে।"

প্ৰণৱে মিচিকিয়াই হাঁহে। ককায়েকৰ এই কথাবাৰ যে তেওঁ কাওঁতে কৈছে, সি ধৰি ললে।

"অ' তোমাৰ কলেজ আছে নহয়?"

"দেৰি আছে। আজি এক বজাৰ পিছতহে মোৰ ক্লাচ আছে। ভাত বহাই দিওঁ, খাই যাব।"

"দিয়া, কিমান সময় লাগিব?"

"পোন্ধৰ মিনিটতে হৈ যাব।"

"ভাল বস্তু এইটো উলিয়াইছে। তোমাৰ ইয়াত খাইয়ে উঠি যাম।"

"ইয়াৰ পৰা কলৈ যাব?"

"বিহগুৰীত সোমাম। মৌজাদাৰে মাতি আছে। তাতেই এটা ৰাতি থাকি মাজবাট-ওদালগুৰি-হৰিশিঙা এই বিলাকত এদিন দুদিন ৰৈ ঘৰ পাম।"

"তেনেহলে এসপ্তাহত আহিব?"

"দুসপ্তাহ হব দিয়া। ওলাইছোঁ যেতিয়া অলপ ঘূৰি পকি যাম। পেন্সন পোৱা মানুহ, ঘৰতেই বা কি কৰিম?"

"ঠিকেই।"

দুয়ো খাই ৰৈ উঠিল।

শইকীয়াদেৱে ৰান্ধনী ঘৰত সোমাই ইটো-সিটো বস্তু চাই চাউলৰ কলহটো দেখিলে। সম্পূৰ্ণ একলহ চাউল। তেওঁৰ মনলৈ লোভৰ সোঁত এটি বৈ আহিল।

"চাউল দেখো বহুত? দুই কেজিমান লৈ যাওঁ দিয়া।"

কথাষাৰ কৈয়ে তেওঁ তিনি কেজিমান চাউল জোলোঙা এখনত ভৰাই ললে।

"ললোঁ দিয়া অলপ।"

"লওক, নিয়ক যি লাগে।"

"বেচি নালাগে দিয়া, দুই কেজিমান ললোঁ।"

তেওঁ চাউলখিনি বান্ধি লৈ বহা কোঠালৈ আহি তেওঁৰ টোপোলা-টোৰ মাজতেই সেইখিনি সোমাই লৈ হাতত লাঠি আৰু ছাতি লৈ যাবলৈ ওলাই "তিনিটা টকা দিয়া" বুলি কওঁতেই প্ৰণৱে আন কোঠালৈ গৈ তিনিটা টকা আনি তেওঁৰ হাতত দিলে।

যাবৰ সময়ত কলে, "ঈশ্বৰে তোমাৰ ভাল কৰক আৰু যেই-সেই ছপা কাম জীৱনৰ প্ৰেছলৈ পঠিয়াই চোৰাংচোৰাৰ অনুসন্ধানৰ পাত্ৰ নহবা। যাওঁ দিয়া।"

"ভাল।"

যাৰৰ সময়ত তেওঁ গুণগুণাই গাই গ'ল :—

"অ' হৰিএ, বাটে বাটে ৰাখি
মুখ দাড়ি নাচাবি
বন্দতে নহবি সাক্ষী।
অ' বাটৰ বাটকৰাক,
বাট এৰি দিবি
আপোনাৰ মৰ্য্যাদা ৰাখি ॥
অ' হৰি এ গছত বন্দী হৈলা
গছৰে শালিকা
ধুৰত বন্দী হৈলা হাথী।
অনাচাৰ নাৰীতে পুৰুষ বন্দী হৈলা
লালিত বন্দী হৈলা মাখি ॥"

তেওঁ যোৱাত প্ৰণৱে ভাবিলে, মানুহজন বেচ ৰসিক, কিন্তু ইমান আক্ৰোশী! সকলোৰে পৰা চাহি চুহি নি নিজৰ পেটত ভৰাবলৈহে যেন তেওঁৰ হাবিলাস। জীৱন চাৱৰ নাটক লিখাত কিছু নাম থকাৰ বাবেই হয়তো তেওঁৰ প্ৰতি অলপ বিৰূপ ভাব, নহলে তেওঁক নিন্দা কৰিব লগা একো নাই দেখো। গ্ৰেচিয়াৰৰ দৰে তেওঁৰ গীত পদো নামি আহে আৰু আনৰ দোষৰ তালিকা দাঙি ধৰাতো কাৰাকৰম পৰ্ব্বতৰ গ্ৰেট-বল্টাৰো হিমশিলা প্ৰবাহৰ দৰে পৈণত। চাউল কেইটা বান্ধি নিয়া দেখি তাৰ আকৌ পেটে পেটে হাঁহি উঠিল। তাহানি গুৱাহাটী জেলৰ পৰা ওলাই আহিবৰ দিনাৰ কথা মনত পৰি তাৰ আকৌ মানুহজনৰ ওপৰত খং উঠি গ'ল।

লাহে লাহে প্ৰণৱ আকৌ নিজৰ ভাবলৈ আহিল। ককায়েক তাৰ অত্যন্ত শ্ৰদ্ধা আৰু মৰমৰ পাত্ৰ হলেও, এনে ধৰণে তাৰ বিয়া নহয়। বিয়াৰ কাৰণে তাৰ মনটোৰ প্ৰস্তুতি এতিয়াও হোৱা নাই। প্ৰিয়া তাৰ জীৱনৰ হঠাতেই বিস্ফোৰণ হোৱা আগ্নেয়গিৰিৰ নিয়ৰ ভাগৰ লাভাৰ গহ্বৰ,—মাগমা-চেম্বাৰ। এনে শক্তিশালী উত্তপ্ত প্ৰবল আলোড়নক অস্বীকাৰ কৰিব পৰা নহব।

এনেতে চাউৰৰ পিনে উঠা এটা ধ্বনি শাহাৰৰ বুকুত প্ৰতিধ্বনি হৈ উঠিল। সেয়া, শিক্ষিত কৰ্মহীন যুৱকসকলৰ সমদলযাত্ৰাৰ শ্লোগানৰ ধ্বনি। সমাজৰ সমস্যাৱলী ভাবিবৰ কাৰো সময় নাই। নতুন গণতন্ত্ৰই মুকলি কৰি দিয়া লুণ্ঠনবাদত এমুঠি শক্তিশালী মানুহ আপোন বিভোৰ। সমাজত ব্যক্তি আৰু জনসাধাৰণৰ ভূমিকাক অস্বীকাৰ কৰা হৈছে। নহলে কৰ্মৰ বাবে ৰাজআলিত চিঞৰিব লগা হৈছে' কিয়? এটি নতুন বেজাৰত প্ৰণৱৰ মনটো গধুৰ হৈ আছে।

তেতিয়া বেলিটো তীব্ৰ হৈ ওপৰলৈ উঠি আহিব ধৰিছে। ব'দ খিনিও লাহে লাহে গৰম হৈ আহিছে। জীৱনৰ মনতেই ধাৰণা হৈ যায়—যে নতুন সূৰ্য্যৰ নতুন ৰদালিয়ে এখনি নতুন উদাৰ সমাজ গঢ়িবলৈ হয়তো খল্‌জপ কৰি উঠিছে। তাৰ মনটো আকৌ লাহে লাহে ভাল লাগি আছে। প্ৰিয়াৰ ছবিখনি স্পষ্ট হৈ তাৰ চকুৰ আগত ভাহি উঠে। সঁচাকৈয়ে, নতুন দিন হয়তো পৃথিবীলৈ নামি আহিছে। প্ৰিয়ায়ো নতুন ৰূপেৰে তেওঁক ধৰা দিব। ককায়েক-হঁতৰ নিৰ্ম্মম চিঠিয়ে তেওঁক আৰু বিৰক্তি দিব নোৱাৰে। মুকলি আকাশৰ দৰে তেওঁৰ মনটো মুকলি হৈ হৈ উৰি যায়।

[ ৯ ]

নাটকৰ শেষ অঙ্কৰ ২য় দৃশ্য।

চাহ বাগানৰ মাজ। ৰাতি এন্ধাৰ হলেও সহস্ৰ জোনাকী পৰুৱাৰ তিৰ্‌বিৰণিত ক্ষীণ পোহৰে এটি আভা বিস্তাৰ কৰি আছে। দূৰত মাদলৰ শব্দ শুনা যায়।

চান্দ: মোৰ প্ৰিয়াক বুকুৰ মাজৰ পৰা কাঢ়ি লৈ অহা ৰাক্ষস-টোক হেনো ইয়াতেই পুৰিছিল। ক'ত ইয়াৰ ধূলি-মাকতিত দেখো অকণো তাৰ চিন চাব নাই। কেনি গ'ল সি? তেন্তে সি পৃথিবীত নাই।

নেপথ্যত: সি ৰাক্ষস নহয়। সিও আছিল তোমাৰ দৰেই মানুহ। তাৰো অন্তৰত আছিল, তোমাৰ দৰেই প্ৰেমৰ মহাসমুদ্ৰ।

চান্দ: কোনে ক'ত কথা কয়। ৰাজুৰ প্ৰেতাত্মা নেকি? ৰাক্ষসৰ পৰিবৰ্তে সি এতিয়া প্ৰেমিক হৈছে নেকি? কেনেকৈ?

নেপথ্যত: ৰাজুক হত্যা কৰি তুমি মহা পাপ কৰিছিলা। ফুলিক তোমাৰ দৰে সি ভাল পাইছিল, তোমাতকৈ বেছি ভাল পাইছিল।

খিৰ্ খিৰ্‌কৈ চাৰিওপিনে শব্দ হবলৈ ধৰিলে। চান্দই নিজৰ মূৰটোত দুয়ো হাতেৰে টানকৈ ধৰি তাতেই বহি পৰিল।

খিৰ্ খিৰণি কিমান সময় থাকিল সি কব নোৱাৰিলে।

কিছু সময়ৰ পিছত তাৰ হুচ আহিল। সি জোৰকৈ চকু দুটা মেলিলে। দূৰত দেখিলে—প্ৰকাণ্ড সাপ এটাই ফণা তুলি তাৰ পিনে চাই কোঁপাব ধৰিছে। তাৰ জীৱ যেন উৰি গ'ল। সি ডাঙৰকৈ চিঞৰ মাৰি দিলে—"ৰাজু ভাই, তই মোক ক্ষমা কৰ্।" আৰু বেচিকৈকৈ সাপডালে কোঁপাইছে।

সি আৰু বেচি জোৰেৰে আটাহ পাৰিলে, "ফুলি ফুলি" বুলি।

সাপডালৰ ফণা তললৈ নামি আহিল।

চান্দই তধা লাগি চাই ৰ'ল, কিবা এটা যেন ভেলেকি বাজীয়ে তাৰ চকু থৰ কৰি পেলালে।

এন্ধাৰৰ মাজত সাপ ডাল নেদেখা হৈ পৰিল।

"ৰাজুৰ প্ৰেতাত্মা। প্ৰেতাত্মা।"

সি লৰ মাৰিলে সেই মাদলৰ শব্দ অনুসৰণ কৰি।

"কি হ'ল অ' ভাই?" ঢলং পলং কৈ এজনে সুধিলে।

চান্দ মাটিত বাগৰি পৰি গৈছে। সি কোঁপাইছেহে কোঁপাইছে।

"ক'ৰ এইটো অ' আমাৰ ফুৰ্তিৰ সময়ত ভাল ভাগিছে?" আন এজনে কৈ উঠে।

"মুখত তাৰ চেৰাপ ঢালি দে অ," বুলি কৈয়ে কোনোবা এজনে চেৰাপ ঢালি দিলে।

"ভিতৰলৈ এটোপাও নলল অ'।"

দুৱাৰ মুখত বহি থকা গাভৰুজনীয়ে খিল্ খিল্‌কৈ হাঁহিবলৈ ধৰিলে।

"ভাই এটা ঝুমুৰ নাচ দি অ,' তেহে যদি সি হুচ পাই থিয় হয়।"

তাই পুনৰ খিল্ খিল্‌কৈ হাঁহি হাঁহি সোধে, "সেয়া কোন মানুহ চিনিছনে নাই? ভালকৈ চাচোন।"

..."অ' এয়া এজন যোবান মানুহ আছে। চিনি নাপাওঁৰে।"

"মই চিনি পাইছোৰে। সেইজন কেহেঁৰাজ বাগানৰ চান্দ। ছয় বছৰ জেল খাটি ওলাই আহিছে। সি ভাল মানুহৰে।" তাই আকৌ হাঁহিবলৈ ধৰে।

"বজোৱা তেনেহলে মই নাচো।"

গুহুম-গুমকৈ মাদল বাজি উঠে। তাই নাচে আৰু গীত গায়। সুন্দৰ লয়লাস, অনুপম ভঙ্গী।

চান্দ লাহে লাহে উঠি বহে। সি পলকহীন হৈ তাইৰ পিনে চায় আৰু মনতেই ভাবে, এয়া দেখো সিদিনা বজাৰত চিনা পৰিচয় হোৱা কোৱা-ভাতুৰী বাগানৰ সাবিত্ৰী! সি তেন্তে লৰি আহি কোৱা-ভাতুৰী বাগান পাইছে নেকি?

নৃত্য-গীত চলি থাকে। তাইৰ লগত উঠি মতা মানুহ এজনেও তাইৰ কাষতেই থিয় হৈ ঘূৰি-পকি নাচিবলৈ ধৰিলে।

চান্দই তাৰ ভয়-দুখ সকলো পাহৰি যায়। সি আপোন পাহৰা হৈ উঠে।

নৃত্য-গীত শেষ হোৱাত সাবিত্ৰীয়ে চান্দৰ কাষতে বহি তাক প্ৰশ্ন কৰে, "আৰে চান্দ, তই কি ৰকম আহি এই বাগান পালিৰে। তোৰ বাগানটো ইয়াৰ পৰা সাত মাইল দূৰ আছেৰে।"

"প্ৰেতাত্মা বাহিৰ হৈছিলৰে এটা।"

"খেৰ, ক'ত প্ৰেতাত্মা আছেৰে? তই কিবা শিয়াল-কুকুৰ দেখিছৰে।"

"আমি যাওঁৰে।" বুলি কৈ দুজনমান উঠি গুচি গ'ল।

"তই এই বাতি ক'ত বাবি? বাতি এতিয়া দাইনী বাহিৰ হ'বে।"

"যায়, দাইনীক ভয় নকৰো।"

"ভয় নকৰাৰ বাবেহে কোঁপাই-জোপাই পগলাৰ দৰে দৌৰি আহিছিলি। ইয়াতেই থাকিব পাৰিবিবে। জায়গা আছে, খেৰ আছে, তুই আছে।"

বাকী মানুহ উঠি গুচি যায়।

চান্দই সাবিত্ৰীৰ মুখৰ পিনে ৰ লাগি চাই থাকে।

"কি চাইচবে?"

"তোক ভাল লাগেবে।"

এন্ধাৰে চাৰিওফালে আগুৰি ধৰে। সেই এন্ধাৰৰ মাজত চান্দ আৰু সাবিত্ৰী নেদেখা হৈ পৰে।

পট পৰে।

দৰ্শকৰ মাজত এটা গুণ্-গুণনি উঠে।

কোনোৱে তামোল চোবায় আৰু কোনোৱে চুৰট হুপিবলৈ বাহিৰলৈ ওলাই আহে।

এনেতে তিনিখন ট্ৰাকত সহস্ৰ বাহিনী আহি সমস্ত বাইজক ঘেৰাও কৰি পেলালে। চাৰিওপিনে হুলুস্থূল লাগিল। ল'ৰা-ছোৱালী বিলাকে হুৰাতুৰা লগাই দিলে। তিনিটা ফাকা আৱাজৰ পিছত এটি ঘোষণা হ'ল :—

"ৰাইজ সকল, আপোনালোক ভয় নাখাব। এই থিয়েটাৰ কৰা দুৰ্বৃত্ত দলক কৰায়ত্ত কৰাৰ পিছতেই আপোনালোক নিজ নিজ ঠাইলৈ যাব পাৰিব। আপোনালোক শৃঙ্খলাৰে নিজৰ নিজৰ ঠাইত বহক। থিয়েটাৰৰ মুখা পিন্ধি ইহঁতে ৰাইজক আওপথে নি ৰাজ্যখন নিজৰ দখললৈ নিবলৈ প্ৰস্তুত হৈছে। ইহঁত এতিয়া ধৰা পৰি গৈছে। গোটেই দলটোকে আমি কৰায়ত্ত কৰি গুৱাহাটীৰ কাটেকখানালৈ পঠিয়াই দিম।"

ৰাইজৰ হৈ চৈ কমক চাৰি বেটিছে হৈ পৰিল।

"ইণ্ডিয়ান্‌ বায়োনেট টৌৱাই আগবাঢ়ি" চিপাহীয়ে শিল্পী-অভিনেতা-কৰ্মী-দৰ্শক সকলোকে কৰায়ত্ত কৰি পেলালে। মাজে কেৰাবাৰো এটা ধ্বনি উঠিল—"শিল্পী সমাজ—জিন্দাবাদ।"

মানুহ ভাগি দৌৰিবলৈ ধৰিলে।

বন্দুকৰ ধুম্‌ ধুম্‌ শব্দ হ'ল। লগে লগে ৰভাৰ এপিনে জুই জ্বলি উঠিল। ল'ৰা-ছোৱালী-তিৰোতাই আৰ্তনাদত চিঞৰিবলৈ ধৰিলে।

"ছুচিয়াৰ ছুচিয়াৰ।"

বন্দুকৰ শব্দ হ'ল ওপৰলৈ।

ছোৱালী অভিনেত্ৰীসকলে কান্দিবলৈ ধৰিলে।

"ভনীসকল নেকান্দিবা। আমি দানৱৰ হাতত বন্দী। একো ভয় নাখাবা। আমাৰ গুৰুসকল এতিয়াও আমাৰ লগতেই আছে।"

বিমোৰত পৰা জীৱনে ৰগাৰামৰ কথাখিনি শুনি সুস্থিৰ হ'ল। বিপুল মহাজনৰ কঁপনি দেখি তেওঁৰ নিজৰেই হাঁহি উঠিছিল। তাওৰ সাজ-সজ্জাৰেই তেওঁ ভয়ত পেপুৱা লাগি কচি-মচি বহি পৰিছিল।

"ভাও লবলৈ আহি কি হ'ল অ' বোপাই" বুলি তেওঁ থৰ লাগিছিল।

মানুহ প্ৰায় ভাগি নোহোৱা হ'ল।

"ছুচিয়াৰ ছুচিয়াৰ" ধ্বনি চিপাহীসকলে পুনৰ নিনাদিত কৰি তুলিলে। সেই ধ্বনিত পলোৱা দৰ্শকৰ বহুতৰেই অন্তৰ কঁপি উঠিল।

থিয়েটাৰৰ সা-সম্পত্তি ৰাখি থাকিবলৈ বাৰ জন চিপাহী ৰ'ল। বাকীখিনিয়ে শিল্পীবৃন্দক লৈ নগৰলৈ যাওনা হ'ল।

ৰভাৰ একাংশ পুৰি গ'ল। চিপাহীয়ে লৈ যোৱাৰ সময়ত জীৱন আৰু তেওঁৰ সঙ্গীবৃন্দই জুই নুমোৱা দৃশ্যটো দেখি অৱশেষে স্বস্তিৰ নিশ্বাস এটি পেলাই গৈছিল।

পিছদিনাই বাতিপুৱা থৰবৰ কাকতত ডাঙৰ হৰফেৰে বাতৰি ওলাল—'স্বদেশৰ বিৰুদ্ধে কৰা ষড়যন্ত্ৰকাৰীৰ দল চিপাহীৰ হাতত কৰায়ত্ত।'

অভিনয়ৰ মুখা পিন্ধি বিদেশী ৰাষ্ট্ৰৰ লগত হাত মিলাই দেশৰ

অনিষ্ট সাধন কৰিবলৈ ওলোৱা দল এটিক সশস্ত্র বাহিনীয়ে কথাৰত্ত কৰি জেলত আবদ্ধ কৰি ৰাখিছে। চোৰাংচোৱাৰ বহুত দিনৰ যত্নত এটা দলৰ কিছুমান কাগজপত্র আৰু মানচিত্র পুলিচৰ হাতত পৰাত তেতিয়াই সশস্ত্রবাহিনী গৈ এই দলটোক আক্রমণ কৰে। ইহঁতক কথায়ত্ত কৰা সময়ত চিপাহীয়ে দু'বাৰ কন্দুৱা গেচ ব্যৱহাৰ কৰিব লগা হৈছিল। আমাৰ নিজ সংবাদ দাতাৰ মতে এবাৰ ফাকা আৱাজো কৰিছিল। দলটোৰ হাতত বন্দুক বাৰুদ থাকিলেও ব্যৱহাৰ কৰিবলৈ সুযোগ নাপালে।

জানিব পৰা গৈছে যে এই দলটোৱে সুযোগ বুজি অসমীয়া অঙ্কীয়া নাট কৰিও বাইজৰ মনৰ মাজত সুমাই যায়। এই দলটোত থকা পাঁচজনী গাভৰুৱে সুন্দৰকৈ সত্রীয়া নৃত্য দেখুৱাব পাৰে, কিন্তু জানিব পৰা গৈছে যে, ইহঁত অসমীয়া নহয়। গতিকেই, ইহঁতৰ গুৰি কোনো সত্র বা সত্রীয়া সংস্কৃতিৰ গাওঁত থাকি এই বিদ্যাত পাৰ্গত হৈ উঠিছে। এই বিষয়ে পুলিচৰ জোৰ তদন্ত চলিছে।

এনেদৰেই এই ঘটনা বাতৰি কাকতত প্রকাশ পালে।

সকলোকে চিপাহীয়ে ধৰি লৈ গলেও বগাৰামে চিপাহীক ধৰা নিদি সেই ৰাতিয়েই পলাই গৈ কোনোবা দিহিং ওলাল।

কেইদিনমান পিছত মন্ত্রী অক্লান্তই খবৰ পালে যে বিপুল মহাজনো ফাটেকত আছে। তেওঁ ফোনেৰে জেইলৰ পৰা তেওঁৰ খবৰ বাতৰি লৈ তিনিদিন পিছতেই তেওঁৰ খবৰ লৈ আহিল। মন্ত্রী অহাত জেইলাৰৰ বুকুখনৰ ঢপ্ ঢপনি উঠিল।

খিৰিকিখনৰ মুখলৈ মহাজনক অনা হ'ল।

মন্ত্রীক দেখিয়েই বিপুল নমস্কাৰ জনাই নিমাত হৈ থাকিল। তেওঁৰ দুয়ো চকুৰে দুধাৰ চকুলো বাগৰি পৰিল। মন্ত্রীদেৱৰ মনটো বেয়া লাগি গ'ল।

"আপুনি এখন লিখি দি ইয়াৰ পৰা ওলাই য'ক। আপোনাৰ

শৰীৰত কয়েদীৰ পোচাক দেখি মই অত্যন্ত দুখ পাইছোঁ। মানুহৰ কথাত আপুনি আওপথে গৈছে।"

বিপুল মহাজনৰ মুখত মাতবোল একো নাই। মনতেই ভাবিলে লিখি দি ওলাই গলে তেওঁৰ মান সন্মান নাথাকিব। লগৰবিলাক জেলত পচিব আৰু তেওঁ গিৰমিট দি ওলাই যাব, এনে কথা বৰ আপচু হ'ব।

"ভাবি চাই, আপুনি জেইলাৰ চাহাবক জনাই দিব, পিছৰ ব্যৱস্থা মই কৰিম" বুলি কৈ তেওঁ জেইলাৰৰ পিনে চাই কলে, "আপুনি চাব আৰু দৰকাৰ হলে মোলৈ ফোন কৰিব। মোৰ গুৱাহাটীৰ ঘৰৰ ২০০ নং ফোনত খবৰ দিব।"

"ভাল চাৰ।"

জেইলাৰৰ বুকুৰ ঢপ-ঢপনি এতিয়া শাম কাটি আহিছে।

মন্ত্ৰী গুচি যোৱাত জীৱন আৰু আন আন বন্দীসকলে খবৰ পালে যে অক্লান্ত মন্ত্ৰীদেৱ বিপুল মহাজনৰ খবৰ লবলৈ আহিছিল। মন্ত্ৰীৰ উপদেশৰ কথা তেওঁ কিন্তু কাকো নকলে।

এমাহ অ'ত ত'ত ঘূৰি বগা আহি পুনৰ প্ৰেছৰ কৰ্ম্মীসকলৰ আগত দেখা দি কলে যে জেলৰ পৰা তাক মোকোলাই দিছে।

তাৰ মুখৰ পৰা ইহঁতে সমস্ত কাহিনী শুনি স্বামীৰ বাবে মনে মনে চকুলো টুকিলে। ইতিমধ্যে প্ৰণৱ আহি তেওঁলোকৰ খবৰ বাতৰি লৈ দিহা-পৰামৰ্শ দি গৈছে আৰু দৰ্কাৰ হলে তেজপুৰৰ ঠিকনাত তাক খবৰ দিবলৈ কৈছে।

প্ৰণৱক ইহঁতে আগতে লগ পালেও সি যে তেওঁলোকৰ ইমান আপোন তাক বুজিব পৰা নাছিল। এতিয়াহে বুজিলে, তেওঁৰ স্বামীৰ প্ৰতি প্ৰণৱৰ কিমান শ্ৰদ্ধা।

বগাৰামক বাহিৰত দেখি খয়ৰামে পুলিচৰ বৰ বিষয়ালৈ ফোন কৰি সুধিলে যে এই মানুহজন কেনেকৈ জেলৰ বাহিৰত থাকিল, সি দেখো জীৱনৰ দলৰেই মানুহ আছিল।

বৰ বিষয়াই মাথো কলে যে এই বিষয়ে তেওঁৰ অফিছত একো ৰেকৰ্ড নাই, নহলেও তেওঁ অনুসন্ধান কৰিব।

ৰগাৰাম কাটেকত নথকাত থয়ৰাম ভাণ্ডাৰীয়াই মনত বৰ অশান্তি পালে আৰু যি কোনো প্ৰকাৰেই নহওক তাক ৰঙাঘৰলৈ পঠাবই লাগিব বুলি তেওঁ মনতেই প্ৰতিজ্ঞাবদ্ধ হ'ল।

খৰ্জুনাথ দাস অভিনয়ৰ দলত নগৈ প্ৰেছৰ কামতেই আছিল। তেনে দলত ফুৰিবলৈ তেওঁ ভালো নাপায়। যোৰহাটত নৰ্ম্মাল পঢ়ি থাকোতে 'কিচক-বধ' ভাওনাত তেওঁ অৰ্জ্জুনৰ ভাওত কিন্তু বৰ নাম কৰিছিল। সেয়ে তেওঁৰ প্ৰথম আৰু শেষ অভিনয়। দাসদেৱ নথকা হলে প্ৰেছৰ কামৰ সম্পূৰ্ণ অন্ত পৰিলহেঁতেন। বন্দী হোৱা প্ৰায় সকলো জীৱকেইটিযে পৰিয়ালবৰ্গৰ তেওঁ খা-খবৰ লব লগা হৈছে। বিপুল মহাজনৰ পৰিবাৰে এসপ্তাহ আগতে নিজৰ গাঁঠিৰ ধনৰ চুহেজাৰ টকা সেই পৰিয়াল বৰ্গৰ মাজত খোৱা-খৰচ স্বৰূপে দাসদেৱৰ দ্বাৰাই দিয়াইছে।

ইয়াৰ অলপ দিন পিছতেই প্ৰণৱ আহোঁতে হঠাতেই নৈৰ পাৰৰ বাটত চিৰিনাথ শইকীয়াক লগ পালে।

"নমস্কাৰ চাৰ।"

"কি প্ৰণৱ বোপা, কি উদ্দেশ্যতনো তেজপুৰৰ পৰা এইখিনি পালা?" হাতত থকা ফটা ছাতিটো আৰু লাঠিদাল কাষতলীৰপৰা নমাই প্ৰশ্ন কৰি পেলালে।

"তেজপুৰ এৰি আহিলোঁ নহয়।"

"হয় নেকি?"

"তেন্তে এতিয়া ক'ত?"

"নলবাৰীলৈ আহিলোঁ, নতুনকৈ পতা কামৰূপা বিদ্যাপীঠত সোমালোঁ। কাকাৰ চাকৰিও আৰু বেচিদিন নাই। গুৱাহাটীৰ ওচৰত থাকিব পাৰিলে বহুত কামত সুবিধা।"

"দগাবাজইতক গভৰ্ণমেণ্টে জেলত ভৰাই থৈছে। আমাৰ বাঢ়ে নথকা হলে, সিইতৰ বাৰ বাজিলহেঁতেন। তেওঁৰে বহুতৰ পৰিয়ালৰ

থা-খবৰ কৰি দিহা-পৰামৰ্শ দি আছে। পিছত কিন্তু তেওঁলো মৰণ ঃ বাৰ্জদ্ৰোহীক প্ৰশ্ৰয় দিলে কি হয়, তেওঁ বুজা নাই। তুমি সিপিনে নাযাবা। তোমাৰ দিন-কাল বহুত আছে। চৰকাৰৰ শুভদৃষ্টি পৰিলে কেতিয়াবা ইন্‌স্পেক্টৰ হৈ যাব পাৰিবা; নাইবা ইউনিভাৰ-চিটিতো ভাল সুযোগ পাব পৰা, কিন্তু চৰকাৰৰ শুভদৃষ্টি সদায় লাগে।"

তেওঁৰ বকলাখন প্ৰণৱে মন দি সমৰ্থন নকৰিলেও, বাহিৰত তেওঁক দেখুৱাই "হয় হয়" বুলি সমৰ্থন কৰে।

"আমাৰ ফালে এবাৰ যাবা।"

"আজি আৰু সময় নহব, আন এদিন আহিলে যাম।"

সৰুকৈ হাঁহিটো মাৰি প্ৰণৱে কয়।

"হু, কিয় যাবা, মই টকা নোহোৱা চাল চিগা সেয়েই।"

"কিয় আপুনি তেনেকৈ কয়? আপোনাৰ প্ৰতি শ্ৰদ্ধা অসমৰ প্ৰত্যেক মানুহৰে আছে।"

"মই যদি উপবাসে থাকো, শ্ৰদ্ধাৰপৰা মই কি পাম? থৈ দিয়া তোমালোকৰ মুখৰ শ্ৰদ্ধা।"

কথাষাৰ কৈ দাসদেৱে ছাতিটো আৰু লাঠিদাল কাষতলীৰ তলত সুমুৱাই লৈ দুই এক খোজ পেলায়।

"নমস্কাৰ।"

"অ' বাপা ৰবা, তোমাৰ পৰা অনা চাউল কেইটা সিদিনা ট্ৰেনতেই হেৰাল। তেজপুৰৰ পৰা আহি মাজবাটত, নামিবৰ সময়ত চাওঁ যে টোপোলাটো নাই। তুমি বোধহয় বৰ অনিচ্ছাত দিছিলা, নহলে নেহেৰায়।"

কথাষাৰত প্ৰণৱে বৰ বেয়া পালেও নকৈ মাথো সৰুকৈ হাঁহি এটা মাৰিলে।

"ভাল, যাব।"

"সময় পোৱা যদি দুই কেজি চাউল বজাৰৰ পৰা কিনি দি যাবা।"

প্ৰণয়ে হাঁহি একো উত্তৰ নিদিলে।

পইকীয়াদেৰ পোনে পোনে বেগাই খোজ লয়। তেওঁৰ খোজবোৰ আজিও ডেকা মানুহৰ দৰেই।

[ ১০ ]

আহিনৰ মাহ। বতৰ একেবাৰেই মেঘমুক্ত।

প্ৰভাতী পৰ। ৰঙা সুৰুযটো অপূৰ্ব্ব সুন্দৰী নাৰীৰ কপালৰ ৰঙা সেন্দূৰৰ ফোটটোৰ দৰে ওপৰলৈ উঠি আহিছে।

অক্লান্ত ডাঙৰীয়াৰ সিদিনা উঠাত অলপ দেৰি হৈছিল। কাৰণ আগৰাতি শোৱতে তেওঁৰ প্ৰায় ৰাতি দেড় বাজিব লগা হৈছিল। নিৰ্ব্বাচনখন ওচৰ চাপি অহাৰ লগে লগেই তেওঁৰ গাত তৎ নোহোৱা হৈছে। সিদিনা ৰাতি-পুৱাৰ সুৰুযটো দেখি কিবা এটা উৎসাহত তেওঁৰ মনটো নাচি উঠিল। এই বেলিও তেওঁ মন্ত্ৰী হবই লাগিব। টান কথা কি? দহলাখ টকা তেওঁৰ হাততেই এতিয়া আছে, বৰ বেচি লাগে আৰু দহলাখ। আঠলাখ আগৰৱালা আৰু জালাল-ইঁতৰপৰা, দুই লাখ খাৰ খোৱা হঁতৰপৰা, বেচ হৈ গ'ল। ভাৰতীয় ৰাইজক তেওঁ নচুৱাব পাৰে, নেতাবোৰক কিনিব পাৰে, আৰু বা-বিষয়াক ধমকত পিলাই কঁপাই দিব পাৰে। মনতেই তেওঁ ভাৱে নতুন বেলিটিয়ে তেওঁক যেন আজি তাকেই কৈছে।

হেলো, মই খয়ৰাম।

নমস্কাৰ।

নমস্কাৰ। বগা নামৰ মানুহজন দেখো এতিয়াও বাহিৰতেই থাকিল। তাক বন্ধ কৰি থব নোৱাৰিলে বৰ দিগদাৰ হব।

হব। সেইবিলাকৰ কাৰণে একো নহয়, নাভাবিব। আন কামবোৰ কৰক মাথো।

হৰিসদাগৰৰ হলাৰ পাঁচটাৰ পাৰ্মিট এতিয়াও অহা নাই। চৌধুৰীক যেনে তেনে সেই কোৱামতে মৌজাদাৰ পাতি দিব লাগে।

হয়।

নিত্যবাবুৰ ইণ্ডাষ্ট্ৰিয়েল লোন। কুঠাৰীৰ কথাটো নকলেও হব।

নিশ্চয়।

সংঘ বে-আইনী ঘোষণা কৰাৰ বাবে ?

সেইবিলাক আইন সংক্ৰান্ত কথা, কবোঁ বুলি কৰিব নোৱাৰি। লিগেল এড্ভাইচাৰক দিয়া হৈছে।

মহাজন জেলতেই থাকিল।

ছিঃ ছিঃ ছিঃ।

। মৰক পচি তাতেই।

ছিঃ ছিঃ ছিঃ। ব্যক্তি স্বাধীনতা আছে নহয়।

হু, অ', বাঙাপানীৰ ফালে প্ৰোগ্ৰেম কৰিলে ভাল হয়।

হয়, হয়।

থৈছোঁ।

ভাল, ভাল।

কোনটো থৈ মন্ত্ৰী মহোদয় খাই বৈ ওলাই যায়। বাটে বাটে গৈ নিৰ্ব্বাচন-নৰিয়াত পৰি কেঁকাই থকা গুৱাহাটীখন তেওঁৰ ভাল-কৈয়ে চকুত পৰিল। নৰিযাৰ ঔষধ তেওঁ ভালকৈয়ে দিব বুলি মনতেই পাঙিলে। ভোটাৰসকলকো ভুতৰ অতপালিৰ দ্বাৰা তেওঁ ভালকৈয়ে এশিকনি দিব বুলি হুমিয়াই থলে।

ইপিনে এদিন বগাক বৰ দাৰোগাই মাতি নি প্ৰশ্ন কৰিলে, "হেৰৌ, তইনো কি এটা ডাঙৰ মানুহ ওলাইছ অ', তইনো কি কৰ ?"

"চাৰ, মই জীৱনদেৱৰ প্ৰেছৰ পিয়ন কাম কৰোঁ, একেবাৰে চাল ছিগা।"

"হয়নে ?"

"হয় চাৰ।"

"চৰকাৰৰ বিৰুদ্ধে কৰা সিহঁতৰ গোপন ষড়যন্ত্ৰৰ কথা কি জান ক, নহলে কোবত মৰিবি।"

বগাই ভয় খোৱাটো দেখুৱাই হাত ভৰি কিছু কিছু কঁপাই ভগা

জগা মাষ্টৰে কলে, "ধৰ্মৰ অৱতাৰ, তেনে মনুষ্যৰ তেওঁৰ একো নাই। তেওঁ দেশ-সমাজ আৰু মানুহক ভাল পায়। বহুত বছৰ তেওঁ চৰকাৰৰ সেৱাকেই কৰিছিল। তেওঁৰ ভণ্ডামি নাই, যি কৰে দেখাকৈয়ে কৰে, যি কয় শুনাকৈয়ে কয়। তেওঁৰ অভিনয় আৰ্টৰ সেৱাহে।"

"ইস্ কটা, আৰ্ট শব্দ শিকিছে।" গোঙোৰা মাৰি বৰ দাৰোগাই কৈ উঠে। "জান, আৰ্ট মানে কি ?"

কাষত থকা চিপাহী দুজনৰ হাঁহি উঠে।

"জানো চাৰ, আৰ্ট কলাহে চাৰ।"

হাতযোৰ কৰি সি উত্তৰ দিয়ে।

"ক'লা নে বগা অ' ?"

"ক'লাও নহয়, বগাও নহয়, সি অৰূপ ৰূপ চাৰ, মানৱ জীৱনৰ সৌন্দৰ্য্য।"

"ভাল কথাবাৰ জানে অ," ঐ, তই বাহিৰত বৰ কথা কৈ ফুৰ নেকি অ' ?"

"দেউতা, কি বৰ কথা কম আমি, আমাৰ কি আছে ? কোনোমতে পেটে-ভাতে পৰিয়ালটোৰ পোহপাল দিওঁ, কেতিয়াবা বাতি এনেয়ে পৰি থাকিব লগা হয়, কিন্তু দুখ নাই। ভাবো, মোৰ দৰে দুখীয়া এই সংসাৰত দেখাৰ।"

"ই ভাল এক্টৰ চাৰ।" এজন চিপাহীয়ে কয়।

"হয় নেকি অ' ?"

"এনেয়ে অভ্যাস কিছু আছিল চাৰ। তাহানিখন ভাওনাত ভাও লৈছিলোঁ, কিন্তু আজিকালিনো আৰু ক'ত পাৰোঁ ?"

"মিলিটাৰীয়ে তহঁতক ঘেৰাও কৰোঁতে তই ক'ত আছিলি ?"

"ক'ত চাৰ ?"

"নজনা ভাও নধৰিবি, কোবত মৰিবি। ক'চোন কত আছিলি, কেনেকৈ সাৰিলি ?"

"ধৰ্ম্মৰ অৱতাৰ, মই কলত যোৱা নাই। প্ৰেছতেই চৌকিদাৰী কৰি আছিলোঁ, সেইবোৰ কথা নাজানো।"

কথাখিনি কৈ তেওঁ দাৰোগা আৰু চিপাহীৰ পিনে সেৱা জনায়।

"তেন্তে ?" বুলি কৈ বৰ দাৰোগাই চিপাহীহঁতৰ ফালে চায়।

"জীৱনদেৱৰ শত্ৰু কিছুমানে বজা ঘৰত মিছাকৈ লগাই এইবোৰ পয়মাল কৰিছে। বৰ দুখ লাগে দেউতা, তেওঁ দেৱতুল্য পুৰুষ।"

"অ' প্ৰেছত বৰ্ত্তমানে থকা সেই দুষ্ট পুষ্ট আদহীয়া মানুহজনে কি কৰে অ' ?" বৰ দাৰোগাই সোধে।

"তেওঁৰ নাম ৰঘুনাথ দাস। আগতে মাষ্টৰ আছিল। অৱসৰ পাইয়ো আৰু বহুত বছৰ ঘৰত ল'ৰা পঢ়ালে। তেওঁ পৰম ভকত। শঙ্কৰ গুৰুৰ বিষয়ে কিতাপো লিখিছে। বয়স প্ৰায় চাৰি কুৰি। পিতৃৰ দৰে জীৱনগুৰুৰ পৰিয়ালটিৰ তত্ত্বাৱধান লৈছে। আন কথা তেওঁৰ একোৱেই নাই।"

বৰ স্পষ্টভাৱে বগাই কৈ যায়।

"হু" বুলি বৰ দাৰোগাই চিপাহীৰ ফালে চায়।

"চুটামান কোব মাৰি ইয়াক যাব দিব পাৰে চাৰ।" এজন চিপাহীয়ে কয়।

কোবৰ কথা শুনি বগাৰ মনত বৰ দুখ লাগি গ'ল। হলেও মন দৃঢ় কৰি ভাবিলে, কোব নালাগে, মৰণ জাপি দিলেও, পিতৃ স্বৰূপ অন্নদাতাৰ বিৰুদ্ধে কব নোৱাৰি।

"ভাওনাৰ বচন এটা শুনি ইয়াক বিদায় দিয়াই ভাল।" আন এজন চিপাহীয়ে কয়।

"বেচ কথা, দে এটা ভাও দে। যাব পাৰিবি।"

বৰ দাৰোগাৰ কথাষাৰ শুনিয়েই বগাই তৎক্ষণাৎ ভাও দিবলৈ উঠিয়ে কয়, "চাৰ, জয়দ্ৰথ বধৰ জয়দ্ৰথৰ বচন একাঁকি কম।"

"ইকি মূৰ্ত্তি ভয়ঙ্কৰ,
বিকট বদন মেলি
কালান্তক অগ্নিশিখা লৈ হুচকুত
বেগাই আহিছে মোৰ কালে।

কোন তুমি ভীম বক্ত লৈ
ধৰিব আহিছা মোক ?
কুরুরাজ ! কুরুরাজ !
ইকি দেখোঁ ?
সহস্র সূৰ্য্য আজি উঠিছে শূন্যত
এক—দুই—তিনি—চাৰি—
অসংখ্য—অসংখ্য—
কোটি কোটি সূৰ্য্য জ্বলে আকাশ ভৰাই,
গ'ল—গ'ল—জ্বলি গ'ল দুই চকু মোৰ,
ইকি !
ঘোৰ এন্ধাৰত আক বুৰিল জগত,—
নিমাত—নিমাত—নিমাত সকলো—
ইকি ! ইকি !
পুনৰ উঠিল সূৰ্য্য, পুনৰ বুৰিল
উল্কা বৃষ্টি—উল্কা বৃষ্টি চাৰিওফালে,—
উঃ দগ্ধ হ'ল নিখিল জগৎ।"*

বগা বৈ গ'ল। অভিনয়ৰ বাগীত তাৰ গাল মুখ ৰঙচুৱা হৈ আছে। সি দাৰোগাৰ পিনে চাই এটি সৰুকৈ হাঁহি মাৰিলে।

"বেচ, বেচ, তই ভাল এক্টৰ অ,' দলত ভৰ্ত্তি নহর কিয় ?"

বৰ দাৰোগাৰ কথাষাৰ শুনি সি টুপুৰকৈ মাত দিলে, "কেনেকৈ হম, পৰিয়াল নচলে, নহলেনো জীৱন দেবৰ লগত নাযাওঁনে ?

"পিছে এইবোৰ যাবহে ভাও, নাম ঘৰৰ ভাওনাৰ নহয়।

ঠিক আছে। বিহু মাৰিবলৈ—জান ?"

বৰ দাৰোগাৰ কথাশুনি তাৰ মনত আনন্দ লাগে। মনতেই ভাবে—মানুহজন বৰ ৰসিক।

"বৰ ভালকৈ নাজানো, কিন্তু অঙ্গগীত গাই শুনাব পাৰোঁ চাৰ।"

"বেচ গা, বেচি ডাঙৰকৈ নাগাবি।"

*—অনম্ৰ কেশৰী ৰায় চৌধুৰীৰ 'জয়দ্ৰথ বধ'।

চিপাহী দুজনে মিচিক মাচাক হাঁহিবে তাৰ পিনে চাই থাকে। সি হাঁহি মাৰি সক শৰদেহে সুন্দৰ সুৰ লগাই গাবলৈ ধৰে :—

"স্বাধীন চিন্তীয়া হালোৱা ডেকা বণুৱা।
পঞ্চায়তী যুগৰ ন মনেৰে মনুৱা,
যুঁজিব সমৰত লগৰীয়া বনুৱা॥
চিনি লচোন কোন শত্ৰুক লুকাই আঁৰত তোৰ,—
ডাঙৰ ৰঘুমলা তেজপীয়া কুৰেৰে মুৰ,—
জীৱন ভৰি নপৰিব তোৰ দুখৰে ওৰ,—
যিমান দিন বাচি থাকিব ধনৰ খকুৱা॥
বাৰে বাৰে জাতিৰ নামত চুৰি ডকাইতৰ খেল,—
বজ্জাতৰ দলে পাতে নানা জালিয়াতী মেল।
আগবাঢ়ি ব'ল ভাঙি চিঙি জুলুমবাজীৰ জাল—
নকৰিবি ভয়,—ব'ল হই শোষণ বাদীৰ কাল,—
নতুন যুগৰ নতুন ভাৱৰ, নতুন ৰণৰ মাল।—
আগুৱাই যা আগবাঢ়ি ব'ল আগবাঢ় দুখীয়া॥ *

"বেচ, বেচ, এইবিলাক ৰঙীয়াল মানুহে কি ৰাজনীতি জানে? মিছাকৈহে ইয়াক জুলুম কৰা হৈছে।"

"হয় চাৰ।" এজন চিপাহীয়ে লাহেকৈ কয়।

"তই যা, নগৰৰ বৰলোকৰ কথা ক'তো একো নকবি। শুনিছই নহয়, দেশত এতিয়া নিৰ্ব্বাচন হব।"

"বৰ ভাল চাৰ। আমিনো আৰু মানুহনে? বৰলোকৰ মানত আমি কুকুৰতকৈও অধম, কি কৰৰ আমাৰ সাধ্য আছে! আমি বাট বনুৱা, দিনৰ কৰ্ম্ম, প্ৰাণৰ ধৰ্ম্ম।"

"তাক যাবলৈ দে" বুলি কৈ বৰ দাৰোগা উঠি যায়।

তেওঁ যোৱাৰ পিছত এজন চিপাহীয়ে তাক লাহেকৈ সোধে, "আমাক চাহ খুৱাই যাবলৈ পইচা আছেনে?"

"ৰবচোন, খুচুৰা কি আছে চাওঁ।"

---

* ৰচনা—কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ ৰচনা।

চিপাহী দুজনে স্ফূর্তিতে তাৰ পিনে চাই ৰয়।

"অ' এয়া পনচল্লিচ পইচা আছে, বেয়া নাপায় যদি তাকেই নিয়ক।"

"দে দে বুলি এজনে লৰলৈ খোজোতেই আনজনে কৈ উঠে, "তাক বিক্ত হস্ত নকৰিবি। পাঁচ পইচা তাক ফিৰত দে, বাকী আমাৰ ৰাখা।"

এজন চিপাহীয়ে তাক দুৱাৰ মুখলৈ আনি উলিয়াই থৈ গ'ল।

সি পোনে পোনে প্ৰেছলৈ খোজ ললে।

তাৰ মনটো বৰ বেয়া লাগিল। আগতেও এবাৰ তাক তেনেকৈ আনি লটি-ঘটি কৰি পঠিয়াই দিছিল। ইবেলিও এনেকুৱা। এইখন ৰাজ্যতনো আৰু নিৰাশ্ৰয় দুখীয়াবোৰ কেনেকৈ থকা যায়। অনাহকতে অভিনয়ৰ দলটো লণ্ড-ভণ্ড কৰি ফাটেকত থলে, তাৰ আজিলৈ বিচাৰ নহল। এই উৎপীড়নৰ তেনেহলে সামৰণি কাহানি? বেটা খয়ৰাম কুকুৰ, সিয়েই সকলোৰে গুৰি, তাকনো ভগৱানে এনে সৰ্ব্ব শক্তিমান কৰি দিছেনে? ৰজাঘৰেও তাৰ কথাহে শুনিব লাগেনে? আমি এইবোৰ প্ৰজা, প্ৰজা নহওঁনে?

এনেকৈ ভাবি গধুৰ খোজ কেইটা পেলাই গৈ থাকোতেই দূৰতেই দেখিলে, চিৰিনাথ শইকীয়া আহিবলৈ ধৰিছে। সি ভাবিলে তেওঁক নেদেখা ভাও জুৰি নমতাকৈ গুচি যাব, মানুহজনৰ ভাব গতি বাৰু নহয়।

"কিহে বোপা, নমতাকৈ গুচি যাব খোজা দেখো? কিনো অগৰ হ'ল আমাৰ?"

"অ' আপুনি? এ দেখাই নাছিলো। সাতোটা চিন্তাত থাকো নহয়।"

"তোমাৰ আকৌ কি চিন্তা? পাইছা, খাইছা, ফুৰিছা, আৰু কি লাগে?" কথাখিনি কৈ হাতত থকা জপাই ৰখা ছাতিটো তেওঁ মেলি লয়।

"নখন্দাইহে জানে, তলে তলে কিমান খান্দিছে, আপুনি কি বুজিব ?"

"হু বুবুজো। তোমাৰ মালিকে এতিয়া আকৌ ধৰা পৰিছে নহয়। বজা ভাঙিব তেওঁ ? উস্ পৰিকল্পনা ? কেঁহেৰাজ বাগানৰ ডকাইতিৰ মূলত কোন জানা ? তোমাৰ বহুগুণী মালিক।"

"তেনে কথা নকব। আপোনাক চৰকাৰী পেন্সন খোৱা মানুহ বুলি মই ভয় কৰা নাই। এনে কথা আকৌ কলে মই আপোনাৰ বয়সলৈও নাচাম। বজাক সন্তুষ্ট কৰিবলৈ কলম চলাই ডাঙৰ মানুহ হৈছে। সাৱধান, ভবিষ্যতলৈ সাৱধান থাকিব। চকু একেবাৰে হানি সিটোও নোহোৱা কৰি থম। আমাক আপুনি কিবা কুকুৰ মেকুৰী বুলি ভাবে নেকি ?"

বগা খঙত ৰঙা পৰি উঠিল।

শইকীয়াই বৰ ভয় খাই গ'ল। বগাই তেনে কথা তেওঁক কৈ উঠিব বুলি তেওঁ সপোনতো ভবা নাছিল। সেয়ে, কথাবাৰ পাতলাবলৈ তেওঁ কবলৈ ধৰিলে, "বাপা বেয়া পালা নেকি ? বৰ দুখতহে তেনেকৈ কৈছোঁ। জীৱনৰ দৰে এনে এজন মানুহ। তেওঁৰ কথা আৰু কাম একে হব লাগিছিল। তেওঁ সৎলোক জানো, কিন্তু কোন অসতৰ লগত লগলাগি তেওঁ ৰাজদ্ৰোহ আৰু ডকাইটিত লাগিল ?"

"ডকাইটি ?"

"অ, এ, বাপা।"

শইকীয়াদেৱে তাৰ মুখৰ পিনে চাই থাকে।

"সকলো মিছা, ষড়যন্ত্ৰ, আপোনালোকৰ দৰে চৰকাৰী চুৰা চেলেকাৰ ষড়যন্ত্ৰ।"

"বাপা বেয়া নাপাবা। তেওঁ জেলৰপৰা আহক, মই তেওঁক বুজাম। প্ৰেছ আৰু কাকত চলাই ভালকৈ থাকক। চাচোন বাপা, তেওঁ আমাৰ দাস বাৰ্ক্কে যে প্ৰুফ চোৱা কামত লগাই সোপা সোপে পইচা দিব পাৰে, মোকে নোৱাৰেনে ?"

"কব, কোৱাৰ স্বত্ব আপোনাৰ আছে, কিন্তু কি হৈছে নহৈছে তাক নাজানি, যেনেতেনে মন্তব্য দিয়া উচিত নহয়।"

"ঠিকেই কৈছা, কিন্তু কি কৰিম? বুঢ়া আৰু ল'ৰা সমান, কিবা ভাবি কিবা কৈ পেলাওঁ। যা বাপা বেয়া নাপাবি।" তেওঁ খুলি মোৰা ছাতিটো জপাই কাৰতলীৰ তলত সুমুৱাই লয়।

বগাই এটা কৃত্ৰিম হাঁহি মাৰি কলে, "এস্, মযো আপোনাক টান কথা কলোঁ, অৱশ্যে আপুনি গালি পাবিলেও, মই মনে মনে যাব লাগিছিল। মোৰো নানা চিন্তাত থাকি খং উঠি গ'ল। ক্ষমা কৰিব।"

"তুমি গৰীব হলেও, অতি মহৎ বুলি মই জানো। যোৱা, যোৱা, মোৰ বৰ অভাৱ, পাৰিলে কেতিয়াবা সহায় কৰিবা।"

তেওঁ আৰু নবৈ বেগাবেগিকৈ খোজ ললে। বগাৰামেও বেগাই গৈ প্ৰেছ পালে। সি গৈ পোৱাৰ লগতেই ইবাদেৱীক ভিতৰৰ পিছ পিনলৈ সোমাই যোৱা দেখিলে। তেওঁৰ মুখখন বহুত ক্ষীণাই যোৱা দেখি বগাৰ মনত বৰ আঘাত লাগিল। দীঘল হুমুনিয়াহ এটি তাৰ ওলাই আহিল। সি অনুভৱ কৰিলে ঠাইখিনিৰ গোটেই বায়ুমণ্ডল যেন বিষন্ন হৈ উঠিছে।

বিপুল মহাজনৰ ছোৱালীৰ লগত প্ৰণৱৰ যি বিয়াৰ কথা অযোধ্যা মাষ্টৰে পাতিছিল, সেইটো হৈ নুঠিল, কাৰণ অভিনয়ৰ দলৰ পৰা তেওঁকো আটক কৰি থলে। মন্ত্ৰী অক্লান্তদেৱে তেওঁক মোকোলাই আনিবলৈ যত্ন কৰিছিল যদিও, প্ৰতিজ্ঞাপত্ৰ লিখি দি ওলাই আহিবলৈ শেষত তেওঁ মান্তি নহল। হলেও মন্ত্ৰী মহোদয়ে তেওঁৰ পূৰ্ব্বৰ বন্ধুত্বক সুঁৱৰি মহাজনক মাজে সময়ে খবৰ কৰি থাকিল। মন্ত্ৰীয়ে খা-খবৰ লোৱাৰপৰা অৱশ্যে অকল মহাজনৰেই নহয়, দলৰ আন আন লোকবো উপকাৰ হ'ল,—জেইলাৰ আৰু তেওঁৰ বা-বিষয়া, লগুৱা-লিকচৌৱে এই মানুহখিনিক কিছু শ্ৰদ্ধাৰ চকুৰে চাবলৈ ধৰিলে।

প্ৰিয়াই অভিনয়ৰ দলৰ লগতেই প্ৰণৱৰো কাৰাদণ্ড হোৱা বুলি

[illegible] পাই প্ৰথমতে মুহ্যমান হৈ পৰিছিল, পিছলৈ ধৈৰ্য্য ধৰি ভাবিছিল এই মহান লোক জনৰনো কি দোষ হ'ল যে কাটেকত থকে।

এদিন তাই হুৰি সেৱকৰ কাষতেই বহি সুধিলে, "আতা, কাটেকত মানুহবিলাকক কি কাম কৰিবলৈ দিয়ে?"

সেৱকদেৱে হাঁহি মাৰি কৈ উঠে, "ৰাম, কাটেকৰ কথানো আমি কি জানিম? বগা বঙালৰ দিনত হেনো শিল ভাঙিবলৈ দিছিল, ঘানিত তেল পেৰাইছিল, এতিয়া শুনিছোঁ তেনে শ্ৰম নাই, নহলেও একো নকৰাকৈ ৰজা ঘৰেনো বন্দীসকলক এনেয়ে খুৱাবনে? প্ৰণৱৰ কাৰণে তোৰ বোধহয় চিন্তা হৈছে? সি এলাপেচা ডেকা নহয়, সি দৰকাৰ হলে সকলো কৰিব পাৰে। ৰৰপেটাত ভাণ্ডৰ হৈ অহা ল'ৰা, লাগ বুলিলে বৰ-ঢুলীয়াৰ লগত তাল বজাবও পাৰে, ভাও দিয়াৰতো তাৰ কথাই নাই। গীতো গাব পাৰে। খেয় খেয় তাহতা খিতা বাজনাৰ লগত কঁকাল ঘূৰাবও জানে। কি কৰিব তাক জেলত থৈ?"

"কিমান দিন ৰাখিব?"

"ৰজাঘৰৰ ইচ্ছা আই। ভীম অৰ্জুনক যতুগৃহত থোৱাৰ দৰে সুমুৱাই থব পাৰে আৰু বিদুৰক খেদাৰ দৰে খেদি দিবও পাৰে। ৰজাৰ ক্ষমতাৰ সীমা নাই। তেওঁ পঢ়ি থকা পুথিখনৰ পাত বগৰায়।

"তেওঁৰ কি দোষ হৈছিল আতা?"

"হেঃ দ্ৰৌপদীৰনো কি দোষ হৈছিল যে ৰাজসভাত বিবস্ত্ৰা কৰিবলৈ যত্ন কৰা হ'ল? ৰজাৰ ধৰ্ম্ম নাই বাচা, সেযেই মোৰ গুৰু জনে ৰজাক শৰণ নিদিলে।"

শেষৰ কথাখিনি তাই ভালকৈ নুবুজিলেও আৰু প্ৰশ্ন নকৰি মনে মনে থাকিল।

সেৱকদেৱে মনে মনে পঢ়ি গৈ থাকিল।

প্ৰিয়াৰ মনলৈ নানা কথাৰ সোঁত আহিলেও, তাৰ মাজতেই প্ৰণৱৰ মুখখন উজ্জ্বল হৈ তাইৰ চকুৰ আগত ভাহি উঠিল। সিদিনা সিহঁতৰ ঘৰত কেনেকৈ কথা কৈছিল, কেনেকৈ বহিছিল, কেনেকৈ

পুৰণি ফটোখন চাইছিল, সেই সকলোবোৰ সোঁৱৰণি স্পষ্ট হৈ পৰিল।

"কৃপাৰ সাগৰ দৈৱকীনন্দন কৃষ্ণই মোৰ মনৰ কামনা পূৰ কৰক। হেঃ হেঃ।"

সেৱকৰ কথাষাৰত তাই চমক খাই উঠিল। একো কথা নকৈ মাথো তেওঁৰ পিনে এবাৰ দৃষ্টি কৰি তলমূৰ কৰিলে। তেওঁ পুথি সামৰি উঠি গ'ল। তাই কিছু সময় তাতেই বহি থাকিল।

এনেতে পিয়ন শৰ্ম্মাই মাত লগালে, "আতা আছেনে? পত্ৰ এখন আছে নিয়ক।"

"কাৰ পত্ৰ বাপা শৰ্ম্মা?"

"আপোনাৰ।"

সেৱকে চিঠিখন লৈ প্ৰিয়াৰ কাষ পায়। পিয়ন শৰ্ম্মা গুচি যায়।

এই অঞ্চলৰ ডাকঘৰত দুৰ্গা শৰ্ম্মা কেবা বছৰো ধৰি পিযন কাম কৰি আছে। বহুতেই তেওঁৰ আচল নাম নাজানে। এতিযা তেওঁ সকলোৰে মাজত পিযন শৰ্ম্মা নামেৰেই জনাজাত।

"অ এযা দেখো আমাৰ প্ৰণৱৰ চিঠি। লিখিছে দেখো নলবাৰীৰ পৰা। তাৰিখ দিছে নভেম্বৰ—এক আঘোণ। কোনেনো এনেকৈ উলিয়াই দিছিল তেওঁ ফাটেকত পৰা বুলি?"

সেৱকে প্ৰিযাৰ মুখলৈ চায়। তাইৰ মুখখন উজ্জ্বল হৈ উঠে। আৰু লাগে লগে তেওঁ কি লিখিছে জানিবলৈ আকুল হৈ পৰে।

তেওঁ চিঠিখন পঢ়ি যায।

"বুজিলানে এতিযা?" প্ৰিয়াৰ পিনে চাই সেৱক দোৱে সোধে।

"উ।"

"উৰা বাতৰিহে। তেওঁক হেনো কিবা ইণ্টাৰোগেচনৰ কাৰণেহে গুৱাহাটীলৈ নিছিল। তাৰপৰা কেতিযাবাই আহিল। আমাৰ ভুল ভাঙিবলৈহে তেওঁ চিঠিখন দিছে। আমাৰ অৰ্থাৎ তোমাৰ হে ৰাম।"

প্ৰিয়াৰ পিনে চাই তেওঁ এটি খোলা হাঁহি মাৰিলে।

"নলবাৰীত থকাত ভালেই হ'ল, আমাৰপৰা ওচৰ হৈছে। চিঠি এখন দে, এবাৰ ইয়াৰপৰা ফুৰি যাবলৈ। আৰু লিখিব পাৰ যে দ্ৰুতৰ শৰীৰ বৰ বাৰু নহয়।"

আপোনালৈহে দিছে চিঠি, আপুনিহে উত্তৰ দিব লাগে। এটি শব্দহীন হাঁহিৰে ওঁঠদুটি উজলাই প্ৰিয়াই কয়। ইপিনে কিন্তু তলে তলে তেওঁলৈ লিখিবলৈও মন।

"বাৰু বাৰু হব, তয়ো এখন লিখিবি ময়ো লিখিম। কাম হৈ যাব। সৎ ভাবত সকলো সিদ্ধি, লাগে মা'থা সাহ, সাহৰ গুৰি কথা হৈছে—সৎ উদ্দেশ্য। সৎ উদ্দেশ্য জাগি উঠে সাধুজনৰ সঙ্গত, সাধু হৈছে হিংসাহীন উদাৰ লোক, উদাৰতাৰ আকৌ জন্ম হয় বিশাল বিশ্ব ব্ৰহ্মাণ্ডৰ অনুভূতিৰপৰা, এই অনুভূতিৰ বীজ থাকে মনত। তোমাৰ মন আছে, কৰিব, কৰোঁতাই কৰিব।"

সেৱকদেৱৰ দীঘলীয়া কথাখিনিয়ে প্ৰিয়াৰ মনত কিবা কবিতাৰ ভাষা যেন লাগিলেও, কথাৰ খাপবিলাক বজিবলৈ যত্ন কৰাত মনত বুজা বুজা যেন লাগিল।

তেও উঠি গ'ল।

প্ৰিয়াযো লাহে লাহে ঘৰলৈ খোজ ললে।

পূৰা এবছৰৰ পিছত বিপুল মহাজনক ফাটেকৰপৰা মুকলি কৰি দিয়া হ'ল। তেওঁ আহি ঘৰ পালে। তেওঁৰ ব্যৱসায়বোৰ চলি থাকিলেও, লাভৰ অংশ অনেক কমি গৈছে। কোনো কোনোৱে তেওঁ ৰাজদ্ৰোহী মানুহ বুলি ভয় কৰি কিছুমান কথাৰ বাবে লাহে লাহে আহিবলৈও এৰি দিছে। দুই-এজন ডেকা মানুহ তেওঁৰ কাষলৈ মাজে-সময়ে অহা হ'ল। তেওঁলোকৰ কথাবিলাক বিপুলৰ ভাল লাগি আহে। তেওঁৰ সকলোতকৈ অতৃপ্তিকৰ কথা এতিয়া হৈ পৰিছে মাজে মাজে তেওঁৰ ওচৰত পুলিচৰ উপস্থিতি আৰু দুই-এক কথাৰ তদন্ত।

এদিন এজন হাৱালদাৰ আৰু এজন পুলিচ কনিষ্টবল তেওঁৰ ঘৰলৈ তেওঁক বিচাৰি আহিছিল। মহাজনে তেতিয়া ঘৰত নাছিল।

হাৱালদাৰ জনে গোৰগোৰাই উঠি মহাজনক কটু-কাটব্য কৰি উঠাত্ত তেওঁৰ বহু দিনীয়া আজধৰা সাধুৰ বৰ খং উঠিল আৰু এদাল মাৰিলে, "ভাল লোকক বেয়া বাক্য বোল তইঁতে' বুলি কোব মাৰি দিয়াত হৌ-হৌ কৈ তেজ ওলাই গ'ল।

সাধুক হাতকেৰেয়া লগাই হাজোতত বন্ধ কৰি থলে।

এই দুৰ্ঘটনাৰ বাবে মহাজনৰ বহুত পইচা খৰচ হ'ল, অৱশ্যে শেষত হাৱালদাৰ জনক দুহেজাৰ টকাৰ ক্ষতিপূৰণ দি কেচটো কোনোমতে মিটমাট কৰিলে।

ৰাজবন্দী হৈ থাকি ঘূৰি অহাৰ পিছত আগৰ দুই-চাৰি কাৰবাৰী বন্ধু মানুহে তেওঁৰ প্ৰতি থকা আগৰ অতি আপোন ভাব এৰি এটি আচহুৱা ভাবলোৱা তেওঁ অনুভৱ কৰিলে। তাৰ বাবে অৱশ্যে তেওঁৰ একো বেজাৰ নাই। তেওঁ কাৰবাৰ আৰু বঢ়াবলৈ ইচ্ছা নকৰি তাকেই কোনোমতে চলাই গৃহস্থীখন ৰাখিব পাৰিলেই যথেষ্ট বুলি ধৰি ললে। বন্দী অৱস্থাত তেওঁৰ মনৰ পৰিবৰ্ত্তনো ঘটিছে। কোনো দিনা নভৱা নুশুনা কথাবো আলোচনাৰ প্ৰসঙ্গত তেওঁ যোগ দিছিল। সন্ধিয়াপৰত তেওঁলোকে ক্ষন্তেকৰ বাবে গীত পদ গাইছিল। তাত বহু যত্নেৰে তেওঁলোকে এখনি 'কীৰ্ত্তন' পুথি আনি লৈছিল আৰু সেইখনৰ দুটা দুটা কলি সুৰ লগাই পঢ়াৰ ভাৰ তেওঁৰ ওপৰতেই পৰিছিল। তেওঁ তাত আৰু দুই-এক কয়েদী লগ পাইছিল যাৰ অন্তৰবোৰ তেওঁ সঁচাকৈয়ে মহৎ বুলি প্ৰমাণ পাইছিল।

এজন বয়সীয়াল গাৱঁৰ লোক। নগৰলৈ আহি সূতা কিনাতে সূতা হেনো চুৰ কৰি ধৰা পৰিছিল। এইজন মানুহৰ লগত বিপুলৰ বৰ বন্ধুত্ব হৈ গৈছিল।

মানুহজনক তেওঁ এদিন সুধিছিল, "আপুনি এই ঠাইলৈ অহাৰ বা কি কাৰণ হৈছিল ?"

"নকব বাপ, দুখৰ কথা। চ'তৰ বিহু কাষ চাপি আহিছিল। ঘৰৰ মানুহজনীয়ে কয়, ফাগুনতেই কাপোৰ লগাব লাগে, জিলালৈ গৈ সূতা কিনি আনক। গলোঁ জিলালৈ ছয়টি টকা লৈ। বাট

খৰচ আত্মীয়াকৈ লওঁ৷ দুটকা। বাচগাড়ী খনত মানুহৰ ভিৰ আছিল। মটৰৰপৰা নামি চাওঁ টকা দুটি নাই। মূৰে-কপালে হাত দি তাতেই বহি পৰিলোঁ। গাওঁৰ মূৰত বাটৰ কাষত থকা সৰু দোকানখনত কিনা হলে হয়তো চাৰে তিনি বা চাৰি টকা বেছি গ'লহেঁতেন। কিন্তু।"

বেচেৰা মানুহজনে দুখৰ এটি হুমুনিয়াহ কাঢ়ি বৈ যায়।

"তাৰ পিছত গলোঁ এখন দোকানলৈ। বহুত মানুহ। সূতা কিনা খিনি বেছি ভাগ গাৱঁলীয়া মানুহ। মোৰ কি এটি কু-ভাব হ'ল—পাৰোঁ যদি দুমুঠি সূতা সৰকাই লওঁ। তাকে কৰিলোঁ। লৰ-লৰিকৈ ওলাই আহি বাট পাওঁতেই দোকানৰ মানুহ এজনে চোৰ চোৰ কৈ লৰি আহি মোক ধৰি পেলালে। মোৰো দুৰ্ভাগ্য যমদূত ওলোৱাৰ দৰে তাতেই দেখো ক'ৰবাৰপৰা চিপাহী এজন ওলাই পৰিল। জীউ উৰি গ'ল। হে ভগৱান, ৰক্ষা কৰা, বুলি অন্তৰতেই মিনতি কৰিলোঁ। ফাটেকলৈ আহিলোঁ। বিচাৰ হ'ল। অকল সূতা চুৰিয়েই নহয়, লগতে পাঁচশ টকাও গদীৰপৰা চুৰ কৰা বুলি মোৰ সশ্ৰম কাৰাদণ্ড দিলে তিনি বছৰ। বিচাৰক জনক আঠুকাঢ়ি কান্দি কান্দি কৈছিলোঁ, হে ন্যায়পালক, মই টকা অনা নাই, সূতা অৱশ্যে আনিছিলোঁ। তেওঁ গোফৰ তলতেই হাঁহি এটি মাৰি কিবা লিখি গ'ল। মই মূৰ্ছিতৰ দৰে বাগৰি পৰিলোঁ।"

"বৰ দুখ পালোঁ ভাই, এয়ে বিচাৰ।" বুলি মহাজনে তেওঁক সান্ত্বনা দিছিল। জেলত পচি থকা সেই দুৰ্ভগীয়াবিলাক লৈ তেওঁৰ মনটো পুৰিবলৈ ধৰে।

জীৱন আহি পায়।

"অ, আহ ভাই বহ। তোৰ প্ৰেছৰ কাম কেনে?"

"বৰ ভাল নহয়। মোৰ প্ৰেছৰ লগত সংযোগ ৰাখিলে ৰাজ-দ্ৰোহত পৰি যাব বুলি কোনো কোনো লোকক ক্ষয়ৰাম ডাঙৰীয়াই হেনো বৰ ভয় খুৱাই দিছে। সেয়ে গ্ৰাহক কিছু কমিছে; আকৌ

ইপিনে নতুন গ্ৰাহকো দেখো দূৰৰপৰা আহিছে। মূঠতে চলি যাব। ক্ষয়ৰামৰ অক্ষয় ক্ষমতা আৰু কেইদিন ?"

বিপুলে নিজৰ কৰঙনখনত ছুটামান চাপৰ মাৰি কৈ উঠে, "মানুহৰ জীৱনৰ সৌন্দৰ্য্য হানি কৰিব পৰা ক্ষমতা ক্ষয়ৰামৰ নাইহে ভাই। যাক নিপীড়ন কৰি ৰব মানুহ হৈ সমাজৰ সম্পদক গ্ৰাস কৰিবলৈ ধৰা ক্ষয়ৰামক এই নিপীড়িত সকলেই যেতিয়া টেঁটুত কাল যমে ধৰা দি টিপি ধৰিব, তেতিয়া ক'ত ৰক্ষা আছে ক্ষয়ৰামৰ।"

বিপুলৰ তপ্তবাক্যত জীৱন অনুপ্ৰাণিত হৈ উঠে।

"পৃথিবীক আজি যুগান্তৰ সুকয়ে দশোদিশে উজলাই মুকলি কৰি আনিছে, কাৰ সাধ্য এন্ধাৰক ধৰি টানি ৰাখিবলৈ ? পৃথিবী পোহৰ হৈ আহিছে। মানুহৰ বন্ধন শিকলি চিঙি গৈছে। সম্পূৰ্ণভাৱে সামাজিক সুবিচাৰৰ নীতি আৰু নিয়মৰ ওপৰত বিস্তৃত মহান মানৱ জীবনৰ সুন্দৰ সামাজিক জীৱন গঢ়ি তোলাৰ সময় আহি পৰিছে। ক্ষয়ৰাম সকল ক্ষয়হৈ যাব, অক্লান্ত সকল ক্লান্ত হৈ শক্তিহীন হৈ পৰিব। নতুন মানুহ আৰু নতুন সমাজৰ জন্ম হব। এইবোৰ এনে, শুভ জন্মৰ আগ মুহূৰ্ত্তৰ প্ৰসৱ বেদনাৰ বাহিৰে আৰু একোৱেই নহয়।"

কিবা এটা অনুপ্ৰেৰণাৰে জীৱনে কথাবোৰ কৈ যায়। বিপুলে কৰঙনত চপৰিযাই শুনি শুনি মূৰ দুপিয়ায়।

"শ্ৰমজীৱী শক্তি সংঘ পৃথিবীৰ সমস্ত শ্ৰমজীৱীৰ লগত সংহতি স্থাপন কৰিব। শ্ৰমৰ প্ৰতি শ্ৰদ্ধা, ৰাজহুৱা সম্পত্তি সংৰক্ষণ, সংগঠন আৰু সংবৰ্দ্ধন, যৌথবাদী মনোভাৱ আৰু সংহতি গঢ়ি তোলাই হব আমাৰ কৰ্ম্ম আৰু কৰ্ত্তব্য। বৈৰীতাপূৰ্ণ জাতীয়তাবাদ ত্যাগ কৰি সংহতিপূৰ্ণ মানৱতাবাদ প্ৰতিষ্ঠা কৰিব লাগিব।"

বিপুলে শুনে, কিবা বেদমন্ত্ৰৰ দৰে শুনে, দূৰত পোহৰ ৰিণি ৰিণি দেখা দেখা যেন লাগে।

ক্ষন্তেক পৰ দুয়ো মনে মনে থাকে। এচাটি সুজুৰ বতাহ দূৰৰ পৰা বৈ আহে। গছৰ পাতবোৰত ঝিৰ-ঝিৰকৈ এটি শব্দ হয়।

লাহে লাহে হুয়ো আন কথালৈ আহে। কথাৰ মাজতে বগাৰাম আৰু সাধুৰ কথা ওলায়।

"নিন্দাবাদত সাধুৰ খং উঠিল। পুলিচৰ মুৰতেই কোব সোধাই দিলে। ভাগ্য ভাল, বেয়াকৈ খুন নহ'ল।"

বিপুলৰ কথাত জীৱনে হাঁহি মাৰি কয়, "তোৰ সাধু, আমাৰ বগাৰাম, সিপিনে ডিম্বে, এইসকল সৰু মানুহ হলেও মহৎ অন্তৰৰ লোক। চাবলৈ গলে, এওঁলোকেই প্ৰকৃত মানুহ।"

"ঠিকেই মৰিবলৈ ভয় নাই নহয় ইহঁতৰ।"

"ভয় থাকিলে চিপাহী চন্তৰীৰ চকুত ধূলি মাৰি ই বগাৰামে এনেকৈ পলাই পত্ৰং দিব পাৰেনে? সি তেনেকৈ নহা হলে, ঘৰ সংসাৰ তেনেই উচ্ছন্ন হৈ গ'লহেঁতেন নহয়নে?"

"ঠিকেই" বুলি কৈ বিপুলে নিজৰ কৰঙনত হুটামান চাপৰ মাৰে। "তোৰ বগাৰাম হেনো এদিন চিৰিনাথ শইকীয়াক গোৰ গোৰাই উঠিছিল, প্ৰায় গা-চুৰা অৱস্থা। তোক হেনো কিবা নিন্দা কৰিছিল।"

জীৱনে এটি মিচিকিয়া হাঁহিৰে চিৰিনাথ শইকীয়াৰ নিন্দাবাদৰ বাতৰিটো পাতলাই পেলালে। তেওঁ একো নকৈ মাথা কলে, 'বুঢ়া মানুহে কোৱা কথা ধৰিব নালাগে।"

"ঠিকেই ভাই, কুকুৰে ভেউ ভেউ কৰিলেও হাতীয়ে গ্ৰাহ্য নকৰে।" কথাষাৰ কৈ বিপুলে এটি কৃত্ৰিম হাঁহি মাৰি উঠে আৰু নিজৰ কৰঙনত থাপৰ মাৰে।

হুয়ো ক্ষন্তেক নীৰৱে থকাৰ পিছতেই বিপুলে কয়, নিৰ্ব্বাচনত প্ৰাৰ্থী থিয় নকৰা কথাটো এপিনেদি ভালেই হৈছে। ৰাইজ যিমান দিনলৈ সচেতন নহয়, সিমান দিনলৈ ধনীক আৰু পুজিপতিৰ দ্বাৰা গোপানে নিয়ন্ত্ৰিত দলেই জয়লাভ কৰিব।"

ক্ষন্তেক বৈ তেওঁ মূৰ হুপিয়াই নিজেই আকৌ সমৰ্থনৰ সুৰত কয়, "ঠিকেই? নিৰ্ব্বাচনৰ বেলটৰ বাকচ আৰু নিপীড়িতৰ বিপ্লৱৰ বুলেটৰ গাজনি, কোনটো বেছি সত্য জীৱনে আকৌ এবাৰ ভাবি ভাবি চায়।"

"কি ভাবিছ অ ?"

"নির্ব্বাচনৰ বহুৱালি কৰি সুবাতকৈ আমি যদি আকৌ নতুন নতুন নাটক লিখি জনমি আহিব লগা নতুন মানৱ সমাজখনক মানৱ সংস্কৃতিৰ সুন্দৰতকৈও সুন্দৰ সমল সমূহক ৰঙ্গ মঞ্চত জীৱন্ত কৰি তুলি জনসাধাৰণক দেখাব পাৰিলোহেঁতেন, তেনেহলেই আমাৰ হ'লহেঁতেন জনসমাজৰ সেৱা। আমি দর্শক-শ্রোতা-চমজদাৰৰ আগত দাঙি ধৰিব লাগে যে মানুহ বনাম মানুহৰ সংগ্রামৰ পৰিবর্ত্তে, হব—মানুহ বনাম প্রকৃতিৰ সংগ্রাম।"

"ঠিকেই, হু, ঠিকেই।"

হুয়ো মনে মনে ৰয়।

এনেতে সাধুয়ে আহি কয়, "ককাইদেউ, আপোনাক অক্লান্ত মন্ত্রীঈশ্বৰে বোলে বঙলালৈ মাতিছে, এজন মানুহে কৈ গ'ল।"

"ক'ত মানুহজন ?"

"সি সৌ নঙলাতেই মোক লগ পাই কৈয়েই গুচি গৈছে।"

জীৱনৰ মুখলৈ চাই যেন বিপুলে এটি সন্নিধান বিচাৰে।

"মাতিছে যেতিয়া যোৱা ভাল, মন্ত্রী বুলি নহয়, জনসাধাৰণৰ এজন মুৰব্বী বুলি।"

"ঠিকেই হলেও মানুহজনৰ মহত্ব নোহোৱা নহয়। জেলত থাকোতেই তেওঁৰেই খবৰ লৈছিল।"

"হাজাৰ হলেও, এদিন স্বাধীনতাৰ আন্দোলনৰ তেওঁ বিপুল সৈনিক আছিল। আজি হয়তো পদ-মান পাই কোনো কোনো কথা পাহৰিব পাৰে, হলেও তেওঁ এজন মানুহ।"

জীৱনৰ কথাবাৰ শুনি বিপুলে কয়, "যিয়েই নহওক, তেওঁ মোক সতকাই পাহৰা টান।"

"বাৰু যোৱা আৰু উঠো। আশা ৰাখিছো আৰু শক্তিসংঘ আৰু নাট্য সংঘ উভয়ে আয়ুস লভক।"

"ঠিকেই, হেঃ হেঃ।"

১৪

ঠেৰেঙা লগা শীতৰ মাজতে দুদিনৰ অৱস্থতেই অঘোৰ দম্ভ ঢুকাল। প্ৰিয়াৰ জীৱনলৈ নামি আহিল ঘনঘোৰ অন্ধকাৰ। ক'লৈ যাব তাই? ক'ত থাকিব?

কাষৰ মানুহবিলাক আহিল, খবৰ ললে আৰু গুচি গ'ল। হৰিসেৱকে ঋতুমতি ওবাং নামৰ বুঢ়ীজনী আনি প্ৰিয়াৰ লগত থলে। তাইৰ কোনো নাই। বয়সো এতিয়া তিনি কুৰিৰ ওপৰ হৈ গৈছে। কাৰবাৰ ছোৱালী এজনী আনি পালিতাৰূপে পাঁচ বছৰমান থকাৰ পিছত, তাই কোনোবা যুৱকৰ লগত ক'ৰবালৈ পলাই পত্ৰং দিলে। তাৰ দুমাহ পিছতেই তাইৰ গাত দাইনী লজ্বা বুলি দুজন ডেকাই ধৰকৈ মৰিয়ালে। বুঢ়ী মানুহ শৰীৰৰ কষ্টত তেনেই শুকাই গ'ল, গা বিষত থেলাথেলিয়া হ'ল। সেৱক আতাক কিন্তু মানে দেৱতাৰ দূত বলি। তেওঁৰ কথাতেই তাই আহি প্ৰিয়াৰ ৰাতিৰ আশ্ৰয় হ'ল। প্ৰিয়াক পাই তাইৰ জীৱনলৈ যেন এটি দিগন্ত পোহৰোৱা নতুন সূৰুয আহিল।

"বুঢ়ী মা।"

"কিৰে বাবা।"

"তই এই ছোৱালীটিক নেৰিবি, নমৰা দিনলৈ ইয়াতেই থাক। খোৱা-লোৱাৰ চিন্তা নকৰিবি। ভগৱন্তে তোৰ ভাল কৰিব।"

"বাবা, আমাৰ ভাগ্য। প্ৰিয়া এতিয়া আমাৰ নিজেৰ বেটীৰ মত। ঐ আগেৰ বেটীটাকে আমি কত ভাল পাইছিলোঁ। তাই বেইমানী কৰিলে, মনেৰ লোক পাই আমাক এৰিছে। বাবা, ঐ বেটী আৰু?"

"বুঢ়ীমা, সকলো ঈশ্বৰৰ ইচ্ছাতে হয়। তোৰ বেটী গুচি গৈছে, তাইৰ সুখৰ সংসাৰ হওক, ধৰ্ম্মই নেৰক। ভগৱন্ত পুৰুষে তোক আকৌ নতুন বেটী দিছে। তই নেৰিবি।"

"বাবা আমাৰ ভাগ্য মন্দ আছে। আমাৰো সংসাৰ আছিল এক দিন। সংসাৰ ভাঙিল, সূৰ্য্য ডুবিল।"

"বুটীমা, এই ছোৱালী লক্ষ্মী স্বৰূপা। তাইৰ ভিতৰ-বাহিৰ নিৰ্ম্মল আৰু সুন্দৰ। তাইৰ সঙ্গত তোৰ জীৱনৰ সকলো পিনেৰে উন্নতি হব।"

সেৱক দেৱ গুচি যায়।

প্ৰিয়াই এন্ধাৰ দেখে। সেই এন্ধাৰৰ মাজতেই তাই দূৰত পোহৰৰ ৰেখাৰ নিচিনা দেখা পায় প্ৰণৱৰ সুন্দৰ মুখখনি। সেই মুখখনি নিজৰ কাষলৈ টানি আনিবলৈ তাইৰ অনন্ত হাবিলাস জাগি উঠে। তাই অকলশৰীয়াহৈ যেন আৰু থাকিব নোৱাৰা হৈ যায়। ৰিঙিয়াই যেন তাই প্ৰণৱক আতুৰ কণ্ঠৰে আবাহন কৰিব, এনে বলিয়া ইচ্ছা এটি তাইৰ প্ৰাণত জাগি উঠে।

দিন যায়। ৰাতি পুৱাৰ ৰাঙলী সূৰুযটো পুনৰ ৰঙা পৰি বিদায় মাগে। পৃথিবীয়েও নিজৰ কক্ষত গতি কৰে, কাৰো বিৰাম নাই। এনে বিৰামহীন পৃথিবীত প্ৰিয়াৰ যেন কৰিব লগীয়া একো নাই, তাই যেন কৰ্ম্মহীন—সংগহীন।

তেনে সময়তে হৰিসেৱক দেৱো গুচি যায় উজনিৰ পিনে। এসপ্তাহৰ পিছতে অহা কথা আছিল যদিও, এমাহেও তেওঁ আহি নাপালে। প্ৰিয়াই তেওঁৰ বাবে চিন্তা কৰে, কিন্তু তাই বুজি নাপায় যে বৈৰাগী মানুহৰ স্বভাৱ কেনে। থাকোতে মৰম কৰিব যথেষ্ট, কিন্তু আঁতৰি যোৱাৰ পিছত তেওঁলোকৰ আৰু কাকো মনত নপৰে, একোৰে প্ৰতি তেওঁলোকৰ আৰু মায়া নাথাকে।

দত্ত ডাক্তৰ ঢুকোৱাৰ পিছতো সেই অঞ্চলৰ মানুহে ঔষধ বিচাৰি তালৈ আহে। দুই-চাৰি ঔষধৰ নাম বাপেকৰ মুখত শুনি প্ৰিয়াই মনত ৰাখিছিল আৰু কেতিয়াবা ঘৰুৱা কামত লাগি থকাত মানুহ আহিলে, তেওঁ তাইক কৈছিল,—বেলেডোনা, আলকা, চিনা বা অমুকটো দে বুলি। সেইদৰেও দুই-এক দৰবৰ কথা তাই জানিছিল। যিসকল মানুহ দত্তৰ কাষলৈ বেমাৰীৰ বাবে আহিছিল, সেইসকল

সৰহ ভাগেই গৰীব মানুহ আছিল। আন ডাক্তৰৰ কাষলৈ গলে খৰচ বেছি পৰে, সেয়ে পিছতো মানুহ আহি তাইকেই ঔষধৰ বাবে ধৰিছিল আৰু শেষত তাই হৰিশিঙাৰ হোমিওপেথিক ডাক্তৰ কৃষ্ণ অধিকাৰীৰপৰা ঔষধ নি কিতাপখন পুতু পুতু পটি শিকি লৈ ডাক্তৰী কৰিবলৈ বাধ্য হৈছিল। পিছলৈ এই কামটোত তাইৰ ভাল লগা হৈ পৰিছিল।

সেৱকদেৱ তিনিমাহ পিছতহে আহি পালে। ইয়াৰ আগতেই হঠাতেই এদিন সেই ঠাইত আহি উপস্থিত হ'ল প্ৰণৱ। আতা নথকাৰ বাবে তেওঁ কিছু বিমূঢ় হৈ পৰিল। তেতিয়া স্কুল চলি আছে। প্ৰিয়াৰ লগৰ শিক্ষকজনে প্ৰণৱৰ মনটো বুজিব পাৰি কলে, "সত্ৰৰ বহাত থকাটো আপোনাৰ সুবিধা নহব। পঢ়া ল'ৰা দুটা ঘৰলৈ গৈছে। ৰাতিৰ প্ৰসঙ্গ কবিৰাজ বুঢ়াই কোনোমতে সাং কৰি নাম ঘৰটো মচি থৈ গুচি যায়। আমাৰ আতাদেৱ কেনিও নাযায়, গলেই এনেকুৱা, পাহৰি যায।"

"বৈৰাগীৰ স্বভাৱেই সেইটো। তেওঁ নথকা বুলি জানিলে মই নাহিলোঁ হয়।"

প্ৰণৱৰ কথাবাৰ শুনি শিক্ষকজনে পুনৰ কয়, "আমি থাকোতে আপুনি ভাবিব নালাগে। মিচ দত্তৰ ঘৰতেই আপুনি থাকিব লাগিব। ঋতুবুঢ়ীহে তেওঁৰ লগত আছে, একো অসুবিধা নহয়। মোৰ ইয়াত থাকিলে আপোনাৰ খোৱাৰ কষ্ট হব। অকলশৰীয়া ভাবে থাকো বেছি ভাগ সিদ্ধ ভাতেই চলে। সেই কাৰণে কেতিয়াবা মন গলে আমাৰ এওঁৰ ঘৰতেই এসাজ ভালকৈ খাই আহোঁ।"

প্ৰিয়াই তেওঁৰ কথাবাৰ শুনি একো উত্তৰ নিদি মাথো সমৰ্থনৰ হাঁহি এটি মাৰিলে। সেই মুখখনলৈ চাই প্ৰণৱৰ মনটো যেন শাঁত পৰিহে গ'ল।

"মিচ দত্ত এখেতক আপুনি লৈ যাওক। আপুনি কেইদিন মান থাকিব নহয়?"

"এদিন বা দুদিন থাকিম আৰু।"

মুক্ত হওক, আতাদেৱৰ আহি পাওক।”

প্ৰণৱে হাঁহি কয়,“আতাদেৱলৈ বাট চাব লগা হলে, মানুহে মোক ঘৰ-জোঁৱাই বুলিয়েই কৈ পেলাব।”

তিনিও হাঁহিবলৈ ধৰে।

কথাবাৰত প্ৰিয়াৰ হিয়াৰ মাজত এটি নতুন সুৰৰ সৃষ্টি হৈ ৰঞ্জন-জনাই যায়।

“বলক আমাৰ পিনেই। বুঢ়ীয়ে আপোনাক দেখিলে বৰ ভাল পাব। বাহিৰত দেখাত তাই এজনী ভূতুনী, কিন্তু ভিতৰত তাই দেৱী।”

কথাষাৰ শুনি শিক্ষকে কয়, “এৰা, তাইৰ ব্যৱহাৰ আৰু দৃষ্টি মাতৃত্বৰে পূৰ্ণ। বেচেৰীক দাইনী বুলি বাগানৰ মানুহে কেবাবাৰো মাৰপিট কৰিলে। এওঁলোকৰ তাত থাকিহে তাই ৰক্ষা পৰিছে। আতাদেৱৰ তাই প্ৰধান শিষ্যা।”

“হয় নেকি”? প্ৰণৱে সোধে।

“হয়। ঈশ্বৰৰ নামৰ বাহিৰে তাই পূজা-পাতল একো নামানে। বাগানৰ পূজা চাবলৈও তাই নাযায় নহয়, তাইৰ মতে পূজা-পাতল ল’ৰাৰ ধেমালি আৰু বহুৰাৰ বহুৰালি। তাইৰ কিছুমান কথাত আপুনি বৰ আমোদ পাব। এবাৰ বোলে গাভৰু কালত মথৰ পূজা পাতোতে তাই বাতি হেনো এটা পিশাচ দেখা পাইছিল, তাৰ গাটোৰ হেনো ভেকাচ্ ভেকাচ্ গোন্ধ।”

মাষ্টৰৰ কথাত পুনৰ হাঁহিৰ খলকনি উঠে।

উত্তৰে থিয় হৈ থকা পৰ্ব্বতমালাই সবুজ ৰং ধৰি অনুপম হৈ উঠিছে। যুগে যুগে নতুন হৈ আছে এই পৰ্ব্বতৰ শাৰীবোৰ। এটি শাৰীৰ পিছত আন এটা শাৰী ওখ হৈ হৈ যেন পহৰা দিছে মানুহক, ছুক্তিক হাঁহিছে, সংস্কৃতিক অভিনন্দন জনাইছে যুগে যুগে।

মুকলি মনেৰে মুকলি পথাৰৰ মাজে মাজে প্ৰণৱ আৰু প্ৰিয়াই নানা কথা পাতি পাতি আপোন পাহৰা হৈ গৈ আছিল। নিৰ্জ্জনতাই

ঠাইখিনি গহীন কৰিছে আৰু ওখ পৰ্ব্বতমালাৰ দৃশ্যই মনোৰম কৰি তুলিছে। কথাৰ মাজতেই প্ৰণৱে কয়,—

"কেনে সুন্দৰ দৃশ্য। এই সৌন্দৰ্য্যৰ মাজত তুমি যে আকৌ কিমান সুন্দৰ হৈ উঠিছা।"

"ইস্, আপুনি মোকহে সুন্দৰ দেখিছে? আপুনি জানো সুন্দৰ নহয়?"

"পুৰুষ মানুহে সদায় আনৰ সৌন্দৰ্য্যহে দেখে। তাৰ চকু সুন্দৰ নহলেও দৃষ্টিহে সুন্দৰ। এই সুন্দৰ পৃথিবীখনত অসুন্দৰ থাকিলেও, সুন্দৰৰ ৰাজ্য অতি বহল, এই ৰাজ্যৰ আমি একোটি সৰু সৰু প্ৰজা, কিন্তু তুমি কি জানা?"

"ক'ব নোৱাৰোঁ, হ'ব পাৰোঁ কিবা এটা ভূত বা প্ৰেত।"

"নহয় তুমি সুন্দৰৰ ৰাজ্যৰ ৰাজৰাণী—পাটৰাণী।"

"এস আপোনাৰ কবিতা থৈ দিয়ক।"

"কবি হ'ব পাৰিলে এখন কাব্যকেই লিখি থৈ আঁতৰি পলোহেঁতেন, কিন্তু সি যে সম্ভৱপৰ নহয়। মাজৰাতিও সূৰ্য্য দেখা ঠাই আছে, কিন্তু আমাৰহে অন্তৰত কবিতাৰ ঠাই নাই।"

"মাজৰাতিও সূৰ্য্য দেখা ঠাই আছেনে?" আচৰিত হৈ প্ৰিয়াই প্ৰশ্ন কৰে।

"আছে পৃথিবী সদায় সূৰ্য্যৰপৰা সমান দূৰত নাথাকে। ই যি নিৰ্দ্দিষ্ট পথেদি সূৰুযক প্ৰদক্ষিণ কৰে তাক পৃথিবীৰ অৰবিট বোলে। পৰিভ্ৰমণৰ সময়ত ইয়াৰ মেৰুদণ্ড অৰবিটত পোন নহৈ হালি থাকে, সেয়ে দিনৰাতি সকলো ঠাইতে সমান নহয়। পৃথিবীৰ মেৰুদণ্ড অৰবিট বা কক্ষতলত ৬৬½° ডিগ্ৰী কোণত হালি থাকে। এই বাবেই এই সময়ত এই ডিগ্ৰীৰ উত্তৰ কক্ষ ৰেখাৰ উত্তৰ ভাগত অনবৰতে বেলিৰ পোহৰ পৰে, ইয়াতেই মাজৰাতিও সূৰুয দেখা যায়, আৰু সেয়েই এই ভূখণ্ডক মধ্যযাম সূৰুযৰ দেশ বুলি কোৱা হয়। ইয়াৰ বিপৰীতে একেই ডিগ্ৰীৰ দক্ষিণ অক্ষৰেখাৰ দক্ষিণ ভাগত সূৰুযক একেবাৰেই দেখা নাযায়। সেই কাৰণেই

সেই সময়ত সুমেৰু বৃত্তৰ উত্তৰত সদায় দিন আৰু কুমেৰু বৃত্তৰ দক্ষিণত সদায় ৰাতি। আমি কওঁ নহয়, কাৰ দিন কাৰ ৰাতি।"

প্ৰণৱৰ দীঘল বক্তৃতাখন শেষ হওঁতে দুয়ো বহুত আগবাঢ়ি পৈছিল। প্ৰিয়াই স্পষ্ট ভাবে কথাখিনি বুজি নাপালেও, থূল মূল ভাবে কথাখিনি উপলব্ধি কৰি ললে।

"পৃথিবীৰ বুকুতেই আমি সদায় থাকি, এই পৃথিবীৰেই আমি বহুত কথা নাজানো, নহয়নে?"

প্ৰণৱে টুপুৰকৈ উত্তৰ দিলে, "যেনেকৈ তোমাৰ মনত মই আছোঁ, কিন্তু, তুমি নুবুজা।"

"কিয় নুবুজিম, বুজিছো।"

দুয়ো হাঁহিবলৈ ধৰে।

"বুজিছোঁ যদি" বুলি কৈ প্ৰণৱে প্ৰিয়াৰ হাত এখন আনি নিজৰ হাত এখনেৰে চেপি ধৰে।

"ইস এৰি দিয়ক, এতিয়াও পোহৰ আছে, দেখিব কোনোবাই।"

"পৰ্ব্বতমালাই আমাক দেখিয়েই আছে পি-পি।"

"নাই, সিহঁতৰ শৰীৰহে আছে, চকু নাই।"

"সিহঁতৰ চকুও আছে, মনও আছে।"

"এ, থৈ দিয়ক।"

দুয়োৰো মুখত হাঁহিৰ জিলিকনি উঠে।

সেই পুৰণি খেৰৰ ঘৰ দুটি পুৰণি হৈয়ে আছে। সন্মুখত দুই এজোপা নতুন ফুল ফুলিছে।

ৰাতিপুৱা প্ৰিয়া ডাক্তৰ হৈ বহে। নেপালী আহে, খেতিয়ক আহে, বনুৱা আহে দৰৱৰ বাবে। বেমাৰী হৈ আন আহে আৰু কেতিয়াবা বেমাৰীও আহে। সিহঁতৰ মুখৰ কথা শুনি শুনি তাই ঔষধ দিয়ে। সেই মানুহবিলাকে দৰৱৰ বাবে নাম মাত্ৰ মূল্য দি যায়। প্ৰিয়াই কিন্তু সেই পিনে নজৰ নকৰে। মনোযোগেৰে তাই ঔষধৰ কথা ভাবে। তাইৰ ডাক্তৰ হবলৈ ইচ্ছা নাথাকিলেও সিহঁতে তাইক ডাক্তৰ কৰি তুলিছে।

প্ৰণৱ আহি এনেকৈ থকাৰ তিনিদিন হওঁতেই সিহঁতৰ মাজত প্ৰচাৰ হৈ গ'ল যে মাষ্টৰণীক বিয়া কৰাই তেওঁ নগৰলৈ লৈ যাব। এই খবৰটোত বহুতেই ম্ৰিয়মাণ আৰু চিন্তান্বিত হৈছিল। সেই ঠাইত ডাক্তৰ নথকা নহয়, আছে, কিন্তু সেইবিলাকক চিকিৎসক বোলাতকৈ ব্যৱসায়ী বোলাই ভাল। বেমাৰীৰ জীৱনটোতকৈ, ফাৰ্ম্মাচীৰ ঔষধ বিক্ৰিয়েই তেওঁলোকৰ বেছি মূল্যবান, সেইদৰেই তেওঁলোকে ধন ঘটিছে।

প্ৰিয়া সিপিনে ঔষধ দি থাকোতে এজন বয়সুৱা মানুহে প্ৰণৱক লাহেকৈ সুযোগ বুজি সুধিলে, 'মাষ্টৰণীক আপুনি লৈ যোৱাৰ পিছত, আমি গৰীবখিনি সমূলি মৰিম। ভাবি পোৱা নাই আমাৰ যে কি গতি হ'ব।'

প্ৰণৱে তাৰ কথাষাৰিৰ উত্তৰ দিবলৈ নৌ পাওতেই সি আঁতৰি গ'ল। তাৰ মনটো বৰ বেয়া লাগি যায়। মনতেই অনুভৱ কৰিলে যে প্ৰিযা সেই মানুহসকলৰ মাজত মাষ্টৰণী বা ডাক্তৰণীয়েই নহয় —এজনী দেৱীও।

দুই-চাৰি সেই অঞ্চলৰ অখ্যাত নামা লোকৰ লগত প্ৰণৱে কথা-বতৰা হয়। হৰিসেৱক আৰু প্ৰিয়া সেই অঞ্চলৰ যেন সকলোৰে আপোন লোক। তেন্তে সিহঁতৰ হিযাৰ মাজৰপৰা প্ৰিয়াক কেনেকৈ লৈ যাব আঁতৰাই? প্ৰণৱে ভাবে।

হৰিসেৱকদেৱ আহি নাপালে। প্ৰণব যাবলৈ ওলাল। এদিন দুদিনকৈ তেওঁ কেবাদিনো থাকিল।

"বাবা, এই বাৰীঘৰ আতাক চমজাই দি তইঁত নগৰলৈ গুচি যা। কিন্তু যোৱাৰ আগতেই বিযাখন পাতি ল। দুই-এদিনৰ ভিতৰত হলে ভালেই আছিল, কিন্তু তাইৰ বৰ্ত্তমান বাপ নাই, তেওঁ নাথাকিলে নহব। তই ফেৰ আহিবি বাবা, আমাৰ বেটীটাক তই নুভুলিবি বাবা।"

বুঢ়ীৰ কথা শুনি প্ৰণৱে কয়, "বুঢ়ীমা প্ৰিয়া নাথাকিলে তোক কোন চাব? তই ক'ত থাকিবি?"

"অ'ৰে বাবা, এত ,বৰ পৃথিৱী, আমাৰ জায়গাৰ কি অভাৱ? আতাৰ মন্দিৰৰ বাৰাণ্ডাতেই আমি থাকি যাব পাৰিম। গৰু-গাই ৰাখিবৰ আমাৰ শক্তি আছে। কাম-কাজ কৰি থাকিম। জগতৰ লোকেই আতাৰ লোক।"

"আতা দেখো এতিয়াও আহি নাপালে।"

"আহিব বাবা, সাধুলোক আহো বুলি কৈ গৈছে, আহিবই। সাধুৰ বিধিনি নাইৰে বাবা।"

তাইৰ সৰলতাত প্ৰণৱৰ বৰ ভাল লাগি যায়। সঁচাকৈয়ে যদি প্ৰকৃত মানুহ আছে, এই বিলাকেই। সুন্দৰ ঘৰত মূল্যবান কাপোৰ পিন্ধি আৰু বিশ্ববিদ্যালয়ৰ ওখ মহলাত নাম কৰি জানোৱাৰ হৈ থকা আজিৰ এচাম লোকৰ তুলনাত হাবি-বননিৰ আঁৰত থকা এই মানুহবোৰ কিমান মহান। প্ৰণৱে ভাবি ভাবি ৰৈ যায, তাইযো আঁতৰি পৰে।

নিশা আহে সুন্দৰহৈ। শুভ্ৰ জোনৰ পোহৰবোৰ গছ-লতিকাত বাগৰি পৰে। এজলক পোহৰ খেৰৰ ঘৰটোত সৰু খিৰিকী খনেৰে দীঘল হৈ গৈ বিচনাত প্ৰণৱ আৰু প্ৰিয়াক দেখি লাজতেই কোঁহঁৰাজ যেন হয়।

"জোনটিয়ে দেখিছে।"

"নাই দেখা, জোনৰ চকু বহু আঁতৰত। তেওঁৰ শুকুলা বসনৰ এটি আঁচলাহে বতাহত উৰি আহি খিৰিকীৰে সোমাই বিচনা পাইছে।"

"ই—স।" —ল-নি সুৰত প্ৰিয়াই কৈ উঠে।

কথাই কামে দুটি প্ৰাণ এটি হৈ পৰে, নিজৰ নিজৰ স্বকীয়া অস্তিত্ব হেৰাই যায়। কুকুৰাৰ কুকলীত শুভ্ৰ নিশা আৰু মধুৰ হৈ পৰে। বহুত দূৰত পৰঘূমাৰ মাত শুনা যায। দুটি প্ৰাণ নিমাত নিতাল হৈ জীৱনৰ তৃপ্তি আৰু যৌৱনৰ মাধুৰ্য্যতাত বিলীন হয়।

নিৰ্ব্বাচন সাঁতুৰি খয়ৰামে আৰু ঢোকে ঢোকে পানী খাইছে। মন্ত্ৰী অক্লান্তয়ো নিৰ্ব্বাচনত তিতা-পানী মিঠা কৰি তুলিছে নিজৰ ক্ষমতা আৰু মিঠা ব্যৱহাৰৰ দ্বাৰা। মানুহে কোৱা-কুই কৰিছে তেওঁ এইবাৰো জয়যুক্ত হৈ দেশৰ মন্ত্ৰী হ'ব।

ইয়াৰ বাহিৰেও বহুত সৰু সৰু দলে নিজৰ নিজৰ ইস্তাহাৰ জাৰি কৰি জনতাক ঠগিবলৈ তলৰ মাটি ওপৰ কৰাত লাগি গৈছে। শ্ৰমজীৱী শক্তি সংঘৰপৰা প্ৰাৰ্থী হবলৈ বিপুল মহাজনক বহুতেই ভিতৰে ভিতৰ ধৰিছিল যদিও সেই সংঘই নিৰ্ব্বাচনত সন্থহতে নানামি জনতাৰ মাজত সংগঠনৰ কাম কৰাকেই স্থিৰ কৰিছে। অতীত জীৱনত সৎকাৰ্য্যৰ ৰেকৰ্ড থকা উপযুক্ত লোকক তেওঁলোকে ব্যক্তিগত ভাবে সমৰ্থন দিব কিন্তু সংঘ নিৰ্ব্বাচন কাৰ্য্যৰপৰা বিৰত থাকিব। তেওঁলোকে মাথো প্ৰচাৰ কৰিব যে শোষণ বিহীন সাম্যৰ সমাজ গঢ়াত তেওঁলোকে শাৰীৰিক আৰু মানসিক শক্তি, অন্তৰৰ আবেগ আৰু অনুৰাগ উছৰ্গা কৰিব। প্ৰত্যেক মানুহৰ প্ৰতি ন্যায় আচৰণ, ভাতৃত্ব সুলভ সম্পৰ্ক আৰু পাৰস্পৰিক সাহায্যৰ যৌথ মনোভাব জগাই তোলাই তেওঁলোকৰ মূল কথা।

জীৱনৰ প্ৰেছৰ ওপৰত পুলিচ আৰু চোৰাংচোৱাৰ এই কেই দিন তীব্ৰ নজৰ। কিন্তু তেওঁ ব্যৱসায়ৰ ফালৰপৰা সকলোৰে কাগজ পত্ৰ আৰু হেণ্ডবিল আদি ছাপাই দি লগতে প্ৰেছৰো নামটি প্ৰকাশ কৰি দিছে।

চোৰাং ভাবে ওলোৱা হেণ্ডবিল দুই-চাৰি অ'ত ত'ত প্ৰকাশ পোৱা বুলি খবৰৰ কাকতৰপৰা জানিব পৰা গৈছে।

ঋজুনাথ দাসে এই কেইদিন বৰ নীৰৱে প্ৰেছত কাম কৰিছে। এই সময়ত সঁচাই-মিছাই বহুত কথা প্ৰচাৰ কৰি ক্ষমতাশালী লোকৰ আগত লগোৱা হয়। তেওঁৰ নিৰ্ব্বাচনী খেলত মুঠেই বিশ্বাস নাই।

তেওঁৰ মতে ৰাইজেহে মিলি তেওঁলোকৰ প্ৰতিনিধি ঠিক কৰিব লাগে, কিন্তু এজনে ধন জন খটুৱাই ৰাইজৰ প্ৰতিনিধিৰ নাম কিনিবলৈ ইমান থৈয়া নথৈয়া ৰণ কিহৰ বাবে? আকৌ ৰণখনো দেখো দুৰ্য্যোধন, দ্ৰোণাচাৰ্য্য, অশ্বত্থামা, কৰ্ণ, দুঃশাসন, শকুনি সকলোৱে মিলি কৰা এজনৰ বিৰুদ্ধে যেন কূট কৌশলহে ৰণ। তেওঁ কেনিও নোলাল, তথাপিও, কোনোবা এজনে গৈ খয়ৰামক লগালে যে ঋজু মাষ্টৰে খয়ৰামৰ বিৰুদ্ধে কেন্‌ভাচ কৰি ফুৰিছে। খয়ৰামে খঙতেই দাঁত কামুৰি কৈ উঠিল, "কটা খাব নোপোৱা, তাৰো ৰাজনীতি? তাক মৰিমূৰ কৰিবলৈ মোৰ কিমান সময়?"

"ঠিকেই চাৰ" খলুৱা জনে কয়, কিন্তু মূৰ্খ আৰু দৰিদ্ৰক ক্ষমা কৰাই আপোনাৰ কাম হলেও, দুই-চাৰি মাহৰ কাৰণে গ্ৰেপ্তাৰ কৰি থৈ দিয়া বেয়া নহয়।"

"তই যা।"

খলুৱাজন গুচি যায়।

শেষত খয়ৰামৰ জীৱনৰ ওপৰতেই খং বেছিকৈ উঠে। মনতেই ভাবে,—বেটা কাটিলেও কটা নোযোৱা, পুৰিলেও পুৰি নোযোৱা। ভবিষ্যতলৈ ছমিয়াই থলে মনতেই।

গৰিলাযুদ্ধৰ দৰে মন্ত্ৰী অক্লান্তই নিৰ্ব্বাচনী যুদ্ধ চলালে। তেওঁৰ দলৰ বাহিৰেও বহুতেই তেওঁক সমৰ্থন কৰিলে, দুই-এক প্ৰগতিবাদী লোকেও তেওঁক হয় বুলিলে। পূৰ্ব্বৰ স্বাধীনতা আন্দোলনৰ ৰণুৱা হিচাপেও তেওঁ কিছুমানৰ সমৰ্থন লাভ কৰিলে। আনবাৰ হলে বিপুল মহাজনৰপৰা কমেও দহ হেজাৰ টকা লৈ গ'লহেঁতেন, কিন্তু এই বেলি যি কাৰণেই নহওক, সিটো নহল। কিছু দিন আগতেই তেওঁ মাথো ভ্ৰমণত আহোঁতে তেওঁৰ ঘৰুৱা খা-খবৰ হে লৈ গ'ল।

ঠিক এনে সময়তে প্ৰণৱ আহিছিল প্ৰেছৰ কামত জীৱনক লগ ধৰিবলৈ। ছাত্ৰ জীৱনৰ ঠাই, সেয়েই ইয়ালৈ আহিলে তেওঁৰ এদিনৰ ঠাইত দুদিনো হয়। সিদিনা কলেজৰ আগৰ বাটেদি আহোঁতে তেওঁ চিৰিনাথ শইকীয়াক বাটতেই লগ পাই নমস্কাৰ জনালে।

"ভালনে বোপা ?"

"ভাল চাৰ, অলপ কামত আপোনালোকৰ ইয়ালৈ আহিছিলোঁ।"

"আমাৰ ইয়ালৈ নে জীৱনৰ ইযালৈ ? গধীৰ বুলি তুমি মোৰ ঘৰলৈ নোযোৱা।" বিৰক্তিৰ সুৰ তেওঁৰ কথাত ফুটি ওলায়।

"কি কম আৰু ? আগৰ দৰেতো আৰু এতিয়া ফুৰিবৰ সময় নাই। কামত আহো আৰু লৰালৰিকৈ গুচি যাওঁ।" বিনয়ী ভাৱত প্ৰণৱে কয়।

"বৰ বেয়া কাম কৰিবলৈ ওলাইছাহে তুমি ?"

প্ৰণৱ আচৰিত হ'ল। মুখেৰে একো নকৈ তেওঁ শইকীয়াদেৱৰ মুখৰ পিনে অবাক দৃষ্টিৰে চাই ৰ'ল।

"তোমাৰ ককায়েৰাই মনে মনে বৰ বিষম পাইছে। বিপুল ডাঙৰীয়াৰ ছোৱালী কি বেয়া আছিল ? সেইবোৰ বাদ দি ক'ৰ উদ্বাস্তুৰ ছোৱালী বিয়া কৰাবলৈ গৈছা ?"

এনে কথা তেওঁৰ মুখত ওলাব বুলি প্ৰণৱে সপোনতো ভৰা নাছিল। মনে মনে তেওঁৰ কিছু খঙো উঠিছিল, তথাপিও বয়সীয়াল লোক বুলি মনটো সংযত কৰি ক'লে, "সেইবোৰ মোৰ ব্যক্তিগত কথাহে। মেপত থকা ব্যৱধান আমি কেতিযাবাই পাহৰি গলো।"

"সেইটো নহয়। তেনেহলে আমাৰ ঘৰৰ ছোৱালীবিলাক কোনে নিব ?" প্ৰশ্নটো কৰিযেই তেওঁ মেলি থকা ছাতিটো জপাই লৈ লাঠিদালৰ লগতেই সামৰি ললে।

"সেইবিলাকৰ উত্তৰ আমাৰ মাজত নাই। মানুহৰ সন্ধানহে আমাক লাগে। মানুহৰ প্ৰেম-প্ৰীতি-সহানুভূতি-ভাতৃত্ব, এই বিলাকহে আমাৰ কাম্য। মানুহজন বহল পৃথিবীৰ যি ঠাইৰেই নহক, মহত্ব থাকিলে তেওঁক আমি সন্মান কৰিব লাগিব।"

প্ৰণৱৰ কথাত শইকীয়াদেৱ লাহে লাহে সাম্য হৈ আহি ক'লে, "ঠিকেই, তোমালোক ডেকাবিলাকেই ঠিক পথৰ সন্ধান দিছা। আমি সেই আজোককাৰ দিনৰ সংস্কাৰ কিছুমান এৰিব পৰা নাই।

খুব ভাল পালোঁ। পিছে বিয়াৰ মিঠাই খুৱাই যাবা। যদি পাৰা এতিয়াই দহোটামান টকা দি যোৱা।"

"এনেকৈ নহয়, মোৰ ঘৰলৈ আপোনাক নিমন্ত্ৰণ কৰি নিছে।"

শইকীয়াই এটি শোলা হাঁহি মাৰি ছাতিটো জপাই লৈ ক'লে, "মোৰ ঘৰ অভাৱ, কোনেও মোক নাচায়, কোনেও খবৰ নলয়। গোটেই জীৱন সমাজ সেৱা কৰিলোঁ, কিন্তু সমাজৰপৰা পালোঁ কি? খোলাকতি।"

প্ৰণৱে টুপুৰকৈ কৈ পেলালে, "আপোনাক বজাই পাহৰা নাই, সন্মান আপোনাক দিছে পেন্সন স্বৰূপে।"

"হলেও কি হ'ব? সেই এশটকাৰ পেন্সন আৰু চাকৰিৰ চাৰিকুৰি টকাৰ পেন্সনে এনে মহাৰ্ঘৰ দিনত একোৱেই নহয।"

"হলেও, সেয়ে বহুত। ধনৰ কথা বাদ দিও মানৰ পিনেদিতো আপুনি মান পাইছে। বহুত লেখকৰ ভাগ্যত সেই ফেৰাও মিলা নাই।"

"এপিনেদি তোমাৰ কথা সঁচা, হলেও বোপা, মই অভাগী মানুহ। আকৌ অসমৰ সাহিত্যিকৰ ওপৰতেই লাখ পতি হোৱা মানুহ আছে। তেওঁলোকে মুখত শঙ্কৰ-মাধৱৰ কথা কৈ'ছ, ইপিনে ইটাৰ বিল্ডিং সাজি বাস কৰিছে। তোমাৰ আগত নাম ক'ব পাৰোঁ।"

খণ্ডত শইকীয়াৰ মুখখন ৰঙা পৰি উঠে।

তেওঁৰ কথাবোৰ প্ৰণৱৰ ভাল নালাগে। শঙ্কৰ-মাধৱৰ কথা কলেই মানুহে ভগা ঘৰত বা খেৰ বা বাঁহৰ ঘৰত থাকিব লাগিবনে? প্ৰণৱে মনতেই শঙ্কৰ-মাধৱ সংহতি আৰু প্ৰগতিৰ প্ৰতীক। গুহাৰ মানুহক সদায় গুহাতেই বাস কৰক বুলি তেওঁলোকে কোৱা নাই।

"মই আজি কাকো ভয় নকৰোঁ, ভয়ৰপৰা মই মুক্ত। মোৰ সাধাৰণ ঘৰটোতেই বিশ্ব সাহিত্যৰ বহুঘৰা আছে। মই কথাই কামেই ফৰচা। তোমালোকৰ প্ৰকাশক আৰু লেখকসকলৰ কথা

এক, কাম এক। তোমাৰ জীৱন জ্বলন্ত উদাহৰণ। তেওঁৰ কথা আৰু কাম এক নহয়। তেওঁ কাৰোবাক ভাল পায়, কাৰোবাক বেয়া পায়। মই কিন্তু ফৰচা হু।"

শইকীয়াদেৱৰ মুখখন খং আৰু আক্ৰোশৰ ভাবত ৰঙা পৰি উঠে।

প্ৰণৱে পেটে পেটে বৰ বেয়া পায়। আনকি এনে সূচকৰ লগত তেওঁ কথা কৰলৈকেই মন নকৰি কৈ উঠে, "মই আহিলোঁ চাৰ। আপুনি ইচ্ছামতে যাকে পায় গালি পাৰি থাকক।"

বেয়া পালানেকি বোপা। কৈছোৱে নহয়, সকলো কথাই ফৰচা।"

প্ৰণৱে নৰৈ বেগাই খোজ ললে।

পিছত শইকীয়াদেৱে আৰু কিবা কৈছিল, কিন্তু তেওঁৰ কাণত নপৰিল।

প্ৰণৱ সিদিনাই গৈ ঘৰ পালে। হাতমুখ ধুই পঢ়া কোঠাত সোমাযেই মেজৰ ওপৰত তেওঁ চিনাকি হাতৰ আখৰৰ চিঠি এখন দেখিলে। তেওঁ লৰালৰিকৈ খুলি দেখিলে,—প্ৰিয়াই লিখিছে। তেওঁ লৰালৰিকৈ পঢ়ি গ'ল। কথাৰ মাজতেই ঋতুমতিৰ মৃত্যুৰ বাতৰিয়ে তেওঁক বৰকৈ অভিভূত কৰি তুলিলে। "দুদিনৰ জ্বৰতেই তাই ঢুকাল। মৰিবৰ সময়ত তাই ৰাম নাম লৈহে আছিল। তাই আৰু আন কথা একো নকলে। মোৰ পিনে চোৱা তাইৰ শেষ দৃষ্টি বৰ করুণ। আতাদেৱে তাইৰ মূৰত হাত বুলাই সক সককৈ এটা গীত গাইছিল। গীতটিৰ সুৰটোও বৰ করুণ আছিল। মোক তাই নিসঙ্গ কৰি এৰি থৈ গ'ল। মই এতিয়া কাৰ লগত থাকো?"

প্ৰণৱ বহি পৰিল। বেদনাত তেওঁৰ অন্তৰখনে চাটি-ফুটি কৰিলে। মানুহৰ বাবে এনে বেদনাৰ অভিজ্ঞতা তেওঁ আগতে পোৱা নাছিল। প্ৰিয়াক তেওঁ লৈ আহিব,—নিজৰ ঘৰলৈ লৈ আহিব।

দুদিনমান কলেজৰ পাঠত তেওঁৰ মন বহা নাছিল। ৰাতিৰ সপোনবোৰত তেওঁ সদায় প্ৰিয়াকেই দেখি আছিল। সপোনত

বাবে বাবে প্ৰিয়াক সাৱটি ধৰিছিল আৰু কেতিয়াবা যেন তাই কৈ উঠিছিল,—এৰি দিয়ক কোনোবাই দেখিব।

দুদিনমান পাৰ হৈ যায়। দেশ জুৰি তেতিয়া নিৰ্ব্বাচনৰ দলদোপ্ হেন্দোলদোপ্ চলিছে। বিভিন্ন দলৰ ক্ষমতা থকুৱা নেতাসকলে নিজৰ নিজৰ দলৰ গুণকীৰ্ত্তন কৰাৰ লগতে, নিজৰো স্বাৰ্থত্যাগ আৰু স্বদেশ সেৱাৰ তালিকা ৰাইজৰ আগত দাঙি ধৰি ভোট সংগ্ৰহৰ যত্ন কৰিছে।

ৰাজনৈতিক দলত নাথাকিও দলবদ্ধ হৈ থকা প্ৰণৱহঁতৰ দলটোৱে কৈছে যে জনসমাজৰ মাজৰপৰা আত্মকেন্দ্ৰিকতা নোহোৱা কৰা, লোভ, মোহ আৰু স্বাৰ্থপৰতা নাইকিয়া কৰা, আনৰ ওপৰত বহি খোৱা ৰঘুমলা স্বভাৱ উচ্ছেদ কৰা আৰু পাৰ্থ্যমানে সৰহ পৰিমাণ বস্তু গোটাই থোৱাৰ বাসনা লোপ কৰা আঁচনি যি দল আৰু ব্যক্তিয়ে লৈছে, তেনে দল বা ব্যক্তিয়েই সমৰ্থনযোগ্য। আকৌ কোনো কোনো ধনীয়ে লাচিত সেনাৰ প্ৰহেলিকা দেখিলে। হাজাৰ হাজাৰ চিপাহীয়ে নগৰসমূহত তহল দিলে। ঠায়ে ঠায়ে সিহঁতে কোনো কোনো লোকৰ অসৎ ব্যৱহাৰ কৰা খবৰ ওলাল। বিজ্ঞপ্তি ওলাল সেইবোৰ উৰা বাতৰি বুলি।

প্ৰণৱে কোনোমতে প্ৰিয়াৰ খবৰ লবলৈ যাবলৈ সময় নাপালে।

জীৱনৰ নাট্যৰ দলটোৱে সেই সময়তেই এখন নাটক কৰোঁ বুলি স্থিৰ কৰিলে। প্ৰণৱকো মাতি পঠিয়ালে এটি ভাও লবলৈ। কেবা ফালৰো অভিনেতা অভিনেত্ৰক আৱাহন কৰা হ'ল। বিপুল মহাজনৰ মনটো পুনৰ অভিনয়ৰ বাবে নাচি উঠিল, ডিম্বে আৰু বগাৰামৰো গা টলৌ-বলৌ লাগি পৰিল।

চাৰিও পিনে প্ৰচাৰ কৰি দিয়া হ'ল,—যুগান্তকাৰী নাটক "যুগান্তৰ সূৰুয"ৰ বিপুল অভিনয়। নপুৰণি অভিনেতা অভিনেত্ৰৰ অনুপম সমাবোহ। লুইতপৰীয়া বিভিন্ন নৃত্যৰ সমাবেশ। ৰঙ্গমঞ্চৰ অতি অভিনৱ টেকনিকৰ চিত্তাকৰ্ষক যুগুতি। লুইত কোঁৱৰ নাট্য সংঘৰ বিৰাট কাৰ্য্যসূচী।

কলামোৱী বাঁইজৰ মনবোৰো নাচি নাচি উঠিল। নিৰ্ব্বাচনৰ ছন্দহীন ঘমঘণ্টাৰ মাজত এই বাতৰিয়ে এটি যেন নতুন ছন্দ আৰু নতুন সুৰৰ সৃষ্টি কৰিলে। নগৰত যুগান্তৰ সুৰুযৰ আখৰা আৰম্ভ হ'ল।

ঋজুনাথ দাসৰ প্ৰেছৰ কাম বাঢ়ি গ'ল, কাৰণ বগা সম্পূৰ্ণ ভাবে আখৰাত লগাত তেওঁৰ আজৰিয়েই নোহোৱা হৈ পৰিল।

ভাওবোৰ ভগোৱা হ'ল, আখৰাও হ'ল।

বিপুল মহাজনে শোষক লাভখোৰ মহাজন এজনৰ ভাওত মহা সাৰ্থকতা লাভ কৰিলে। কিন্তু ভিখাৰীৰ ভাও এটা নিখুত হৈ উঠা নাই। - কোনে এই ভাওটো ল'ব ?

কিছু সময় আলোচনা চলাৰ পিছত বগাৰামে থিয় হৈ মুৰটো খজুৱাই লাহেকৈ ক'লে, "বাপসকল আৰু আইসকল, এটা কথা দাঙি ধৰিব খুজিছো।"

সকলোৱে তাৰ পিনে চালে।

"ভিখাৰীৰ ভাওটো আমাৰ পেন্সন খোৱা বুঢ়া চিৰিনাথ শইকীয়া ডাঙৰীযাক দিব পাৰিলে বৰ ভাল হয়।"

কথাষাৰ শুনিয়েই সকলোৱে গিৰ্ গিৰকৈ হাহি মাৰিলে।

জীৱনে তাৰ বাছনি মনে মনে শলাগ ললেও, শইকীয়া ডাঙৰীযাই যে এই ভাওটো লবলৈ আহিব, তেওঁ বিশ্বাস কৰিবলৈ টান পালে। তথাপিও তেওঁ নিজৰ মনৰ ভাব প্ৰকাশ কৰি ক'লে, "বগাৰামৰ বাছনি সুন্দৰ হৈছে কিন্তু তেওঁ জানো আমাৰ মাজলৈ আহিব ?"

"আহিব।" বগাই সৰুকৈ ক'লে।

"তোন তেওঁক গৈ বগাই কৈ-মেলি মান্তি কৰাই লৈ আহক।" আন এজন অভিনেতাই ক'লে।

"লোভ দেখুৱালে আহিব বাইজসকল।" বগাই আকৌ কয়।

"তেন্তে বগাৰামে গৈ তেওঁক লৈ আহক। তেওঁৰ বুদ্ধিয়েই বুদ্ধি।"

জীৱনৰ উত্তৰ শুনি বগাই কৈ উঠিল, "তেন্তে এতিয়াই যাওঁ, বুজিবে তেওঁক লৈ আহিম। তেওঁ কিন্তু আমালোকৰ ভয়ানক বিৰোধী লোক।"

"বৰ ভাল, বৰ ভাল।" চাৰিও পিনৰপৰা মন্তব্য হ'ল।

বগাই বেগাবেগিকৈ গৈ শইকীয়াদেৱৰ ঘৰ পালে। ঘৰৰ এপিনে কিছুমান শুকান গোবৰৰ দম্ আন পিনে ঘৰ চোতাল সাৰি পেলোৱা জাবৰ, আগৰ ঘৰটোৰ এখন চালৰ কেইখনমান টিনপাত এতিয়াও খুওৱা নাই।

সি গৈয়ে সেই অসম্পূৰ্ণ চালখন দেখি মনতেই ভাবিলে, ঘৰটো পুৰণি হৈ গ'ল, কিন্তু কেইখনমান টিনপাত বাকীয়েই থাকিল— বোধহয় অভাৱৰ চিত্ৰ দেখুৱাবলৈ।

"চাৰ আছে নে ?

"কোন বাপা ?"

"মই বগাৰাম চাৰ।"

"কোন বগা অ' ?" বুলি তেওঁ ওলাই অহাত বগাই তেওঁক নমস্কাৰ জনালে।

"অ' তুমিহে। হঠাৎ যে ?"

"বৰ ডাঙৰ কথা হৈছে চাৰ, কিন্তু আপোনাৰ অভাৱৰ পিনে চাইহে আগ বাঢ়িছো।"

"কোৱাচোন কি কথা ?"

"চাৰ অভিনয়ৰ দল আকৌ আৰম্ভ কৰা হ'ল। অদ্ভুত নাটক লিখিছে। নতুন সত্য, নতুন সৌন্দৰ্য্য প্ৰকাশ পাইছে, উস্ গুৰুদেৱৰ কিযে ক্ষমতা।" কথাৰ লগে লগে বগাৰ চকু দুটি বিস্ময়ত চমকিত হৈ উঠিল।

"কোন গুৰুদেৱহে তোমাৰ ?"

"মহান পুৰুষ জীৱন দেৱ।"

কথাষাৰ শুনিয়েই শইকীয়া ডাঙৰীয়াৰ সমগ্ৰ শৰীৰ বেজবেজাই গ'ল। একো নকৈ মাথো "হুঁ" বুলি বগাক সুধিলে। "আচল

কথাটো কোৱাহে বাপা, প্ৰশংসাৰ ফুল জাৰি পিছতো মাৰিবা।"

"সেই নাটকত ভিখাৰীৰ বৰ সুন্দৰ ভাও এটা আছে। সেই ভাওটো আপুনি ল'ব লাগে চাৰ। সকলোৱে আপোনাকেই বিচাৰিছে।"

বগাৰ কথাষাৰ শুনিয়েই তেওঁৰ টিকচি-বিকচি খং উঠি গোৰ-গোৰাই চকু থিয় কৰি কৈ উঠিল, "হেৰৌ, কটাৰ পো কটা, তোৰ ইমান সাহ, মোক ভিখাৰী পাতিবলৈ আহিছ? কাষোবাক কেতিয়াবা কিবা খোজা দেখিছনে, বাপেকে।"

তেওঁ আৰু কিবা ক'বলৈ খোজোতেই বগাৰামে নমস্কাৰ জনাই লাহেকৈ কৈ উঠিল, "এটা অভিনয়ত আপোনাক এশ টকা দিবলৈ স্থিৰ কৰিছে, সেযেহে মই আপোনাৰ ওচৰলৈ লৰি আহিছোঁ। আন মানুহে এই ভাওটো লৈ যাব খুজিছিল, মইহে আপোনাৰ নামটো উত্থাপন কৰি উধাতু খাই দৌৰি আহিছো।"

এশ টকাৰ কথা শুনিয়েই শইকীয়া ডাঙৰীয়াৰ খং থিতাতে নোহোৱা হ'ল আৰু বগাৰামৰ পিনে চাই এটি হাহি মাৰি ক'লে "হয়নে?"

"হয় চাৰ। সিদিনা মোৰ ওচৰত খং কৰিও আপুনি কোৱা নাছিলনে, পাৰিলে কেতিয়াবা সহায় কৰিবা বুলি?"

"হয়, হয় বাপা। কি কৰিবাহে, বুঢ়া হৈ মগজুত এাকো কথাই নথকা হ'ল। এটা ৰাতি এশ টকা নহয়নে?"

"হয়, হয়, যিমানটো নিশা, সিমান শ টকা।"

"তুমিহে বাপা মোৰ দুখ বুজিছা। পিছে বাপা, চৰকাৰৰ লগত এতিয়া একো বিৰোধ নাইতো?"

"একো নাই, ৰজা ঘৰ প্ৰজাঘৰ, উভয়ৰে আমি সহযোগী।"

"হয়নে?"

"হয়।"

"পিছে কেতিয়ালৈ যাম?

"আজিয়েই যাব পাৰে। পিছে, আজি অসময় হ'ব। জানেই আমাৰ তালিম দিনে-ৰাতিয়ে চলে। কালিলৈ আবেলিলৈ যাব।"

"বাৰু।"

"ভাল তেনে আমাৰ সেৱাহে।"

"অ, অলপ ৰঙা চাহকেই খাই যোৱা। বহা বহা।"

বগাই তেওঁৰ মুখলৈ চাই তৃপ্তিৰ হাঁহি এটা মাৰি ক'লে, "পৃথিবীলৈ নতুন যুগ আহিছে, নতুন যুগ।"

"ঠিকেই, এনিশাৰ অভিনয়ত এশ টকা, কম নহয়।"

দুয়ো হাঁহে, হেঃ হেঃ হেঃ।

[ ১৪ ]

নিৰ্ব্বাচনৰ ফলাফল ঘোষণা কৰাৰ পিছদিনা ৰাতিপুৱাৰ ৰঙা সুৰুযটো ওলোৱাৰ আগে আগেই খয়ৰামে গোটেই ৰাতিটো বিচনাত পৰি থাকি উঠি আহি তেওঁৰ ঘৰৰ বকুল জোপাৰ তলত থিয় হৈ কিছু আঁতৰেদি থকা হাইস্কুলৰ খেল পথাৰখনৰ বুকুৰেদি ওলাই অহা ৰঙা ৰং খিনি দেখি প্ৰতিশোধৰ ভাবত সৰ্ব্বশৰীৰ কঁপি উঠিল। কোনে কোনে তেওঁক ভোট নিদিলে, কোনে কোনে বিৰুদ্ধে গ'ল, কোনে কোনে তেওঁৰ গ্লানি প্ৰচাৰ কৰি ভোট কমালে, ইত্যাদি কথা মনৰ মাজত থোৰতেই ভাঙি পাতি কেই খোজ মান পশ্চিমৰ পিনে ঘূৰি গৈ বকুল জোপাৰ আগটিলৈ লক্ষ্য কৰিলে। বহুত বছৰ আগতেই সেই গছ জোপা বোধ হয় তেওঁৰ বাপেকেই কইছিল। তেওঁৰ বাপেক গহীন গম্ভীৰ এজন মেলুৱৈ আছিল। বাপেকলৈ তেওঁৰ মনত পৰিল। আন এবাৰৰ নিৰ্ব্বাচনত হাৰোতে বাপেকে হেনো তেওঁক উপদেশ দিছিল,—'তই ইয়াত নিৰ্ব্বাচনী খেল নেখেলিবি, ইয়াত মানুহে তোক হিংসা কৰে।'

সেই কথাষাৰ তেওঁৰ মনত পৰিল। তথাপিও, মনত তেওঁৰ ভাব হ'ল,—কোনোৱাই তেওঁক হিংসা কৰিলেও, তেওঁক ভয় নকৰাকৈ থাকিব পৰা নাই। বিষয়াক বেয়া পালে অক্ৰান্ত মন্ত্ৰীলৈ

ট্ৰাফিকত এটা কৰিলেই তুৰন্তে বদলি কৰিব পাৰে। কাৰোবাৰ ওপৰত খং উঠিলে কিবা এটা নহয় এটা আইনৰ ধাৰাত পেলাই গ্ৰেপ্তাৰ কৰি থ'ব পাৰে। এনেতে বাটেদি মানুহ অহা দেখি তেওঁ ভিতৰ সোমাল।

সেই দিনাই অক্লান্ত ভাঙৰীয়া ৰাতিপুৱা সূৰ্য্যোদয়ৰ পূৰ্ব্বেই উঠি সমুখৰ ফুলনিখনত গা ঘেলাই ইফাল সিফাল কৰিছে। বিপুল সংখ্যাৰ জয়লাভত তেওঁৰ দেহমন তৃপ্তি আৰু আনন্দত উত্তপ্ত হৈ আছে। স্বাধীনতা আন্দোলনৰ বণুৱা স্বৰূপে অহিংস-অসহযোগ আন্দোলনত লাভ কৰা উৎসাহ, সাহস, উদ্দীপনা, শ্ৰম, বুদ্ধি, চিন্তা ইত্যাদিৰ কথা তেওঁ সোঁৱৰণ কৰিলে। তেতিয়া কিন্তু তেওঁৰ ধাৰণা নাছিল যে, তেওঁৰেই এদিন এনেদৰে দেশৰ হৰ্ত্তা-কৰ্ত্তা হ'ব পাৰিব। এই বেলি তেওঁ সাধাৰণ মন্ত্ৰী হৈ থাকিবলৈ বিচৰা নাই, তেওঁ হাবিলাস কৰিছে,—পাট-মন্ত্ৰী হবলৈ। বুদ্ধি? তেওঁৰ নিশ্চয় আছে।

তেওঁৰ ভৰিৰ খোজবোৰ খৰ হয়। ফুলনিৰ ইপিনৰপৰা সিপিনলৈ তেওঁ ঘনাই অহা-যোৱা কৰে।

নিৰ্ব্বাচনৰ দিনা সন্ধিয়াৰপৰাহে নাট্য-সংঘৰ আখৰা হৈছিল। নাটৰ শেষ দৃশ্যটিক আৰু মনোগ্ৰাহী কৰি তুলিবলৈ জীৱনে ভাবি ভাবি টোপনি গৈছিল। শেষ ৰাতি সেই ভাবতেই সাৰ পাই মূৰ সিতানৰ টেবুলৰপৰা নাটৰ বহীটো টানি আনি কিবাকিবি কথা টুকি থৈ পুনৰ টোপনি আহিল। সাৰ পোৱাত তেওঁৰ দেৰি হ'ল।

চিৰিনাথ শইকীয়া বিহান পুৱাতেই উঠি ঘৰৰ চাৰিও পিনে ক'ত কেই লদা গোবৰ পায় বিচাৰি এপাচীমান কৰি আনি চোতালত থুপাই থৈ "পৰভাতে শ্যাম কানু ধেণু লৈয়া সঙ্গে" ৰৰ গীতটো খুব চিঞৰি গাবলৈ ধৰিলে। তেওঁৰ মনত কালি ৰাতি পুৱাৰপৰা ফুৰ্ত্তি। এনিশাৰ অগ্ৰিম এশ তেওঁ কালি পাই ঘৰলৈ আহি পৰিবাৰৰ আগত জীৱনৰ বহুত প্ৰশংসা কৰিছে।

অলপ বেলি হওতে তেওঁ নদীত গা ধুলে, সাঁতুৰিলেও কিছু

সময়। ঘৰলৈ ঘূৰি আহোঁতে মনৰ আনন্দত অ'ৰ ত'ৰ এফাকি দুফাকি গীত গালে চিঞৰি চিঞৰি :—

"অ' হৰি এ, যৌৱে মূৰতে কুকৰাবে বাহা
কুকৰা কি মতে জীয়ে,
অ' বেজীৰে কাণতে বন্ধাবাঢা কৰে
উধানে কাণি কাঁথা সিয়ে।
মোৰ গুৰুদেউ, ই কথা পৈতাব কোনে এ॥" *

তেওঁৰ গলা বৰ ডাঙৰ, কিন্তু মিঠা কম। খুহুতীয়া গীতবোৰ কিন্তু তেওঁৰ গলাত বেচ জমি উঠে।

তেওঁ একাহী পঁইতা ভাত নিমখতেল জলকীয়াৰে খাই আখৰাৰ ঠাইলৈ বেগ দিলে। বাটতে তেওঁ দুই-চাৰি মানুহৰ নিৰ্ব্বাচনৰ গল্প কৰা কাণত পৰিল। তেওঁৰ মনটোৱে সেইবোৰ মামুলী কথা বুলি ধাৰণা কৰি ভিতৰতেই এটি ইতিকিঙৰ হাঁহি মাৰি বেগাই গ'ল। খয়ৰাম ডাঙৰীয়াৰ ঘৰৰ সমুখত তেওঁ মানুহৰ জুম দেখিলে। তেওঁ সেইবোৰলৈ লক্ষ্য নকৰি গৈয়ে থাকিল।

খয়ৰামৰ ভক্ত দুই-চাৰিয়ে খঙতেই কোনো কোনো লোকক তিৰস্কাৰ কৰা তেওঁৰ কাণত পৰিল।

শইকীয়াদেৱ ক্ষণেকো নৰৈ জুমটো পাৰ হৈ গ'ল। তেওঁ পাৰ হৈ যোৱাৰ পিছত, "এওঁও ভোট দিছেনে সন্দেহ" বুলি কৰা কাৰোবাৰ মন্তব্য এটি তেওঁৰ কাণত পৰিল, হলেও, তেওঁ আৰু নৰ'ল, তেওঁৰ গাত সেইবোৰ নালাগিল। মাথো মনতেই গোৰ্-গোৰাই গ'ল,—মন্ত্ৰীৰ মুখা পিন্ধি ৰজা হৈ ৰাইজক প্ৰবঞ্চনা কৰি লুটি খোৱা দিন আৰু নাথাকে, এতিয়া ৰাইজে ৰজা হোৱাৰ নতুন যুদ্ধ এখন আৰম্ভ হ'ব। ছাতিটো ওপৰলৈ দাঙি তেওঁ ভৰি খৰ কৰিলে।

অলপ আহিয়েই দেখিলে,—দহজনমান মানুহক পুলিচে হাত-কেৰেয়া দি টানি লৈ গৈছে। পিছে পিছে মানুহে কোৱা- কুই কৰি

* উন্টা পুৰাণৰ গীতৰপৰা।

যোৱা তেওঁৰ কাগত পৰিল, পাৰ্টীৰ দুটা দলে হেনো নিজ নিজ প্ৰাৰ্থীৰ গুণানুকীৰ্ত্তন কৰি প্ৰথমতে হুতাহুতি, তাৰ পিছত চুলিয়াচুলি আৰু শেষত মৰামৰি কৰি পুলিচৰ হাতত আবদ্ধ হয়। ধৰি অনা দলটো হেনো খয়ৰামৰ বিৰোধী আছিল। তেওঁ সিহঁতৰ পিনে চাই কটাক্ষৰ হাঁহি এটি মাৰি বেগা-বেগিকৈ গুচি গ'ল।

বিপুল মহাজনে তেতিয়া কৰঙ্গনত চপৰিয়াই চপৰিয়াই খিল-খিলকৈ হাঁহিছে।

শইকীয়া ভিতৰ সোমায়ে ক'লে, "উ বাপাহঁত লাগি যোৱা। আমাৰ নিৰ্ব্বাচন তিৰ্ব্বাচনৰ লগত সম্পৰ্ক নাই।"

তেওঁক দেখিযেই জীৱনে এটি মিচিকিয়া হাঁহি মাৰি ক'লে, "ঠিকেই।"

তেতিয়া এটা নাচৰ আখৰা চলিছে। ছোৱালী চাৰিজনীৰ ফালে চাই শইকীয়াই লাহেকৈ ক'লে, এই কেইটি মোৰ লখিমী আই। নট-গুৰু শ্ৰীশঙ্কৰৰ সোঁৱৰণ কৰি লাগি যা আইহঁত।"

তেওঁ সেই পিনেদি সোমাই পিছ পিনলৈ গৈ দেখে যে বগাৰামে নিজে নিজেই অভিনয়ৰ অভ্যাস কৰিছে।

"চাৰ।"

"দে, দে, চলাই থাক, চাইছোদে মই।"

"মানুহৰ জীৱনটোৱে অভিনয় চাৰ।"

"সঁচা কথা।"

"আপুনি আমাৰ মাজলৈ অহাত আমি সকলো সুখী হৈছোঁ। আপুনি প্ৰকৃততে বাইজৰহে মানুহ।"

"সঁচা কথাই। তোমাৰ গুৰুদেৱক মই কিন্তু আগৰপৰাই স্নেহ কৰিছিলোঁ। তেওঁৰ অন্তৰ মহৎ, নহলেনো এটা নিশাৰ অভিনয়তেই মোক এশ টকা দিয়েনে?" তেওঁ ফটা ৰুমাল এখন উলিয়াই চকু দুটা মচে।

"অ এটা ভাল খবৰ।"

"কি বাপা?"

"প্ৰণৱৰ অধ্যাপকক চিনি পায় নহয় ?"

"উঁ, পাওঁতো।"

"তেওঁৰ বিয়া হৈ গ'ল। এজন ডাক্তৰৰ ছোৱালী। কিন্তু মাক-বাপেক এতিয়া উভয়ে নাই। ছোৱালী হেনো সাক্ষাৎ লখিমী।"

"অ বৰ ভাল হ'ল। সেই লখিমীজনী নাপালে সি মৰিলহেঁতেন। বৰ বিপ্লবী ধৰণৰ ডেকা। কিতাপো পঢ়িছে সি হাজাৰ হাজাৰ।" কথাবাৰ কৈয়েই তেওঁ প্ৰণৱৰ ঘৰত এসাজ ভালকৈ খোৱাৰ কথা মনতেই ভাবিলে।

বগাই হাঁহি মাৰি লাহেকৈ সোধে, "পিছে আপুনিয়েই হেনো এবাৰ এই বিয়াত বাধা দিছিল, ছোৱালীজনীৰ পিতৃ-পুৰুষ অসমৰ নহয়, ভাগি অহা বুলি ?"

"এস্, কিনো কৰা বাপা, বুঢ়া মানুহ, কেতিয়াবা কিবা ভাবি কিবা কওঁ। তোমাকে কেতিয়াবা নকৈছোনে ? তেনে আক বাপা। মোৰ সকলো দোষকেই পাতল কৰি লবা।"

"ঠিকেই, পিছে চাবচোন মোৰ এইখিনি ভাও -ঠিক হৈছেনে ?"—

"দে বাপা।"

"জগতত হ'ব সূৰ্য্যোদয়। এন্ধাৰ আৰু নোৱাৰে থাকিব। জনতাক কৰি খোৱা দানৱৰ দল নোৱাৰে তিষ্ঠিব আৰু ধৰাৰ বুকুত। কোন তুমি, কোন তুমি, বৈ আছা মোৰ পিনে চাই ? বুজিছোঁ তোমাক। তুমিয়েই সেই ত্ৰাহানিৰ কালনেমি, ৰাক্ষস ৰাৱণ। তুমিয়েই সেই দ্বাপৰৰ কংস কালবল। নোৱাৰা হৰিব আৰু কৃষিৰ সীতাক, নোৱাৰা, নোৱাৰা আৰু কাৰাগাৰত বন্ধ কৰি ৰাখিবলৈ সুন্দৰ কৃষ্ণক।"

বগা বৈ যোৱাত শইকীয়াই তাৰ পিঠিত চপৰিয়াই "চমৎকাৰ হৈছে" বুলি ধন্যবাদ দিলে।

"ৰবচোন, আন ভাওটোৰ আপুনি 'প্ৰকৃচি' দিবনে ?"

"নালাগে দে বাপা। মোৰ লগুৱাৰ ভাওটো থাকে মানে, আন

ভাওৰ আখৰা নকৰোঁ। এই নাটৰ পিছত, আৰু ভাও এটি ল'ব লাগিব। বৰ ভাল লাগিছে এতিয়া।"

"কেনে এতিয়া? সিদিনা দেখো মোক কটাৰ পো কটা বুলি গোৰ-গোৰাই উঠিছিল।"

হুয়ো খেক্-খেক্ কৈ হাঁহিবলৈ ধৰে।

শইকীয়া ঘৰলৈ খোজ লওঁতে বাটতেই ঋজু মাষ্টৰৰ লগত দেখা-দেখি হ'ল।

"অ', বাইদে দেখো, ভালনে?"

শইকীয়াদেৱৰ কথাবাৰ শুনি দাসে লাহে লাহে তেওঁৰ কাষ চাপি আহি ক'লে, "বহুত দিনৰ মূৰত বাইদে। দিন কাল বদলিল দেউ, মানুহবিলাকো বদলিল। পিচে ভগৱন্তে কুশলে ৰাখিছে?"

"হয়, আপোনাৰতো এতিয়া অৱস্থা ৰাকৰেই, কিন্তু মোৰ বৰ অভাৱ। সেয়েই, হুদিনমান খেমালিকেই কাৰো বুলি নাট্য-সংঘত যোগ দিলোঁ। মোৰ ভাও চাইছেনে?"

"বুঢ়া মানুহ, ক'ত আৰু চাবৰ সুযোগ পাওঁ, সুবিধা হলেই নিশ্চয় চাম।"

"চাব চাব, নে অভিনয়ত মোৰ নাম হোৱাত আপোনাৰ হিংসা হৈছে?"

"হৰি হৰি, কি কথা কয় বাইদে? হুজনা গুৰুৱে তেনে মতি নিদিয়ক।"

"হেঃ হেঃ, কিবা ক'ব লাগে কিবা কওঁ, জানেই নহয় বুঢ়া আৰু ল'ৰা সমান। পিছে, প্ৰেছৰ কাম কিবা কৰিব পৰা নাযায়নে?"

শইকীয়া অতি আগ্ৰহেৰে দাসৰ পিনে চাই ৰয়।

"মালিকক ক'ব। আমিনো কি কম বাইদে?"

"আপুনিয়েই হেনো মালিক। তেওঁনো আজিকালি ক'ত প্ৰেছত থাকে?"

"বাইদে বয়স হ'ল, এনে হান মৰা কথা আৰু এৰিব লাগে।"

"বেয়া নাপাব। সদায় অভাৱ-অভিযোগত মগজু ঠিক

নাথাকে। মোৰ ভুলেই হৈছে। ভুলৰ লগত ভুল যোগ কৰিলে সমান মহাভুল। মোৰো সেইটো হৈছে। মোৰ খাৰলৈ নাথাকিলেও কোনোৱে খবৰ নকৰে। সমাজৰ সেৱাতেই মই জীৱনটো খেদালোঁ। মই এবাৰ টান কথা ক'লেও আপোনালোকে বেয়া পায়। য'ক বাক।"

শইকীয়াই নৰে বেগা-বেগিকৈ খোজ ল'লে।

দাসে খন্তেক স্তব্ধ হৈ বৈ দীঘলকৈ উশাহ এটি লৈ ঘৰৰ পিনে আগ বাঢ়িলে।

কেইদিনমান পিছৰ কথা।

প্ৰণৱে প্ৰিয়াক লগত লৈ জীৱনহঁতৰ ঘৰলৈ এবাৰ আহিল। ইৰাই প্ৰিয়াক নিজৰ কন্যাৰ দৰে মৰম আদৰ কৰিলে। জীৱনেও সিহঁত দুয়োকো যথেষ্ট মৰম দেখুৱালে। তেওঁলোকৰ ল'ৰা-ছোৱালী-হঁতেও বৰ সুখী হ'ল।

দুয়ো এদিন শইকীয়াদেৱৰ ঘৰলৈ গৈ তেওঁক সেৱা জনালে।

"বৰ ভাল পালো, তোমালোক যে আহিছা। জীৱনৰ দৰে চহকী হোৱা হলে তাত নাথাকি ইয়ালৈকেই আহিলাহেঁতেন। পিছে, ভালেই হ'ল, তেওঁও মোৰেই অতি আপোন মানুহ।"

চহকী দুখীয়াৰ ব্যৱধান আত্মীয়তাৰ মাজত নাথাকে। ধৰ্ম্ম, ভাষা, ভূগোলৰ ব্যৱধান ইয়াত নাই। অন্তৰৰ সৰলতা আৰু বিশালতাৰ লগতহে ইয়াৰ সম্পৰ্ক।" প্ৰণৱে কয়।

"হয়, হয়। ভাল ভাল। ঈশ্বৰে তোমালোক দুয়োৰো জীৱন সুখৰ কৰক, দুখীয়াক সহায় কৰিব পৰা কৰক।"

কথাষাৰ কৈ তেওঁ প্ৰিয়াৰ পিনে চাই সুধিলে, "আইটিৰ কোন কোন আছে?"

'এতিয়া কোনো নাই। আই-দেউতা সকলো ঢুকাল। মাতৃত-কৈও অধিক বয়সৰ ধাইমা ঋতুমতীৰো মৃত্যু হ'ল।"

"অস্ অস্।" শইকীয়াদেৱে কৈ উঠে।

প্ৰণৱে প্ৰিয়াৰ সুন্দৰ মুখখনিলৈ চাই ৰয়।

"আহিলা, কি খুৱাম। বঙা চাহকেই অলপ অলপ খোৱা। গাই-গৰু আমাৰ একোৱে নাই, সেয়ে আমি সবাতকৈ সৰু।" তেওঁ আন পিনে সোমাই গৈ অলপ পিছতেই তেওঁ লিখা গীতৰ কিতাপ এখন আনি প্ৰিয়াৰ হাতত দি ক'লে, "ধৰা, এয়ে মোৰ আশীৰ্ব্বাদ। ইয়াৰ দুটা-এটা গীত গাবলৈ শিকিবা। কেতিয়াবা তোমালোকৰ তালৈ গলে ইযাৰ গীত গাই শুনাব লাগিব।"

সৰুকৈ শুৱনি হাঁহি এটা মাৰি প্ৰিয়াই কিতাপখন হাতত লৈ পাত বগৰাবলৈ ধৰিলে। প্ৰথম গীতটোৰ নামানুসাৰেই কিতাপ খনৰ নাম "ৰাইজৰ গীত"।

"খুব ভাল লাগে। শিল্পী, সাহিত্যিক আৰু ধাৰ্ম্মিক লোকক খুব ভাল লাগে।" প্ৰিযাই কয়।

"বিয়াৰ আগতে এওঁ কিন্তু ভাল গাযিকাই আছিল। এতিযা কি কৰে নাজানো।"

প্ৰণৱৰ কথাষাৰ শুনি শইকীয়াদেৱে ক'লে, "খুব গাবা। সদায় গাবা, গাবা আৰু খাবা। এয়ে ধৰ্ম্ম। মই সদায় গাই থাকো। চিঞৰি নাগালে মোৰ জুতি নালাগে। মোৰ সেই ভোজ খোৱা গীতটো চোৱাচোন বাৰ পৃষ্ঠাত আছে। কথাবোৰ একেবাৰে সঁচা।"

প্ৰিযাই বাৰ পৃষ্ঠা উলিযাই গীতটো পটি চাওঁতে ৰৰকৈ হাঁহি উঠিল।

"হাঁহি উঠা গীতেই," শইকীয়াদেৱে কয় "তাহানিখন চৰকাৰী চাকৰিত ঘূৰি ফুৰোঁতে বাতি এখন ভোজলৈ মাতিছিল গঞা-ৰাইজে। গলোঁ। তেতিযা ভোজ বন্ধা শেষ হোৱা নাছিল। কেইজন মানৰ লগত গল্প ৰৰকৈ জমি গ'ল। তেতিয়াই একজনে কৈছিল যে দুই-চাৰি লুভীযা মানুহে হেনো মাঘ মহীয়া ভোজত বিনা নিমন্ত্ৰণে পাণ্ডৰি মাৰি আৰু গাত ভালকৈ কাপোৰ-কানি উৰি আহি শাৰীত বহি যায়। মানুহে তেওঁক চিনিবই নোৱাৰে। ভোজত কোনেই বা নিমন্ত্ৰণ নোহোৱা মানুহক বিচাৰি উলিয়াব? কথাবিলাক শুনিয়েই

তেতিয়াই মুখে মুখে ৰচনা কৰি এই গীতটো মই গাই দিছিলোঁ।" কথাখিনি কৈয়ে তেওঁ সুৰ লগাই গাবলৈ ধৰিলে :—

আমি ভোজ খাবলৈ যাওঁ।
ভোজৰ ব্যঞ্জন ভোজৰ ৰান্ধন
ডিঙিমানলৈ খাওঁ,
আমি ভোজ খাবলৈ যাওঁ।
মাতক বা নামতক আমাক
তালৈ কাণ আমাৰ নাই,
ভোজৰ ছাগলীৰ নাম শুনিযেই আমাৰ
জিভা লক্‌লকাই যায়,
মূৰত মথুৰা পাগুৰী মাৰি
কানি কঠা উৰি লওঁ,
চিনিব নোৱাৰা হৈ আমি পাছ
শাৰীত বহি যাওঁ।
আমি ভোজ খাবলৈ যাওঁ॥

গীতটো শেষ হোৱাৰ লগে লগেই হাঁহিৰ খিলখিলনি এটি উঠিল। "বৰ ৰস লগাই গাব পাৰে আপুনি। মোৰ কিন্তু এনেকুৱা গীত গাবলৈ লাজ লাগিব। গীত আৰু অভিনয়, দুয়োটা আপোনাৰ একেলগেই হৈ যায় দেখিছোঁ।"

"মই এনে গীতহে অঙ্গী-ভঙ্গী কৰি গালে আনন্দ পাওঁ।"

"এনে গীত আপুনি গালে যেনেকৈ জমি পৰে, আনে গালে কেতিয়াও তেনেকৈ জমি নুঠে।" তেওঁৰ কথা সমৰ্থন কৰি প্ৰণৱে কয়।

প্ৰিয়াই হাঁহি হাঁহি ৰঙা পৰি উঠিছিল আৰু অতি যত্ন কৰিও সেই হাঁহি ৰাখিব পৰা নাছিল। সেই হাঁহি উঠা মুখখনেৰে তাই আৰু শুৱনী হৈ পৰিছিল। শইকীয়াদেৱৰ লগত কথা পতাৰ লগতেই প্ৰণৱে প্ৰিয়াৰ সেই ধুনীয়া মুখখনলৈ চাই মনত তৃপ্তি পাইছিল।

শীতৰ চেপাত লেবেলি যোৱা দিনবোৰ পাৰহৈ যোৱাত পৃথিবীলৈ এটি নতুন মাদকতা আহি পৰিছে। ফাগুনৰ ফুল আৰু বতাহে এটি নতুন বাৰতা আনি মানুহক সচেতন কৰি তুলিছে।

যুগান্তৰ সুৰুযৰ অভিনয়ৰ দীঘল সমালোচনা খবৰৰ কাকতৰ পাতত ওলাইছিল। নাটকখনৰ সমালোচনাও ভাত চমুকৈ কৰিছিল।

মানৱতাবাদেই নাটকৰ মূল বস্তু। শোষক আৰু শাসক শ্ৰেণীৰ বিৰুদ্ধে মানৱতাবাদক মূল অস্ত্ৰ স্বৰূপে প্ৰয়োগ কৰি মানৱ জাতিক বিপ্লৱবাদলৈ টানি নিছে। এই বিপ্লৱৰ জৰিয়তেই প্ৰতি মানৱৰ সৰ্ব্বোত্তম গুণসমূহৰ প্ৰকাশৰ বাটৰ অনুসন্ধান কৰা হৈছে। সমাজৰ বিৰোধী সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাৰ্থৰ বিলুপ্তি সাধনৰ ইঙ্গিত দিয়া হৈছে। মানৱৰ ব্যক্তিত্ব বিকাশৰ সুৱৰ্ণ প্ৰভাতী দিৱস, অফুৰন্ত মেধাশক্তি, জ্ঞানেৰে অভিষিক্ত হোৱা সু-বুদ্ধি, কলাময়ী সাংস্কৃতিক পূৰ্ণসম্পদ সমূহ পৰিপূৰ্ণকৈ বিকাশ কৰি যুগান্তৰ সোণালী সুৰুযৰ উন্মুক্ত বিকাশৰ দৰে পৃথিৱী হ'ব মহিমামণ্ডিত, এয়ে নাট্যকাৰৰ থূল মূল কামনা। ইযাৰ বাবেই কাহিনীৰ আবিষ্কাৰ।

জীৱন, বিপুল আৰু শইকীয়াদেৱৰ ভাও নিখুট হৈছিল বুলি সমালোচকে মন্তব্য প্ৰকাশ কৰিছে। নাৰীৰ ভাওত যুথিকাই অসম্ভৱ কৃতকাৰ্য্যতা লাভ কৰিছে। আন সকল ভাওৰ ভিতৰত বগাৰাম আৰু ডিম্বে দৰ্শকৰ প্ৰশংসাৰ পাত্ৰ হৈছে।

শ্ৰমজীৱী সংঘই মুখত চৌ পিন্ধি নাট্য সংঘলৈ ৰূপান্তৰিত হোৱা বুলি চোৰাং চোৱা আৰু পুলিচৰ তীক্ষ্ণ দৃষ্টি পৰিল।

খয়ৰামৰ পৰাজয়ত অঞ্চলটোত ঠায়ে ঠায়ে আৰু কোনো কোনো লোকৰ যে অথন্তৰ ঘটিব তাক বহুতেই অনুমান কৰিছিল

শেষত যে তাৰ মাধমাৰ চিৰিনাথ শইকীয়াৰ মূৰত পৰিব, তাক কোনেও ভাবিব পৰা নাছিল। তেওঁৰ সাহিত্যিক পেঞ্চন স্থগিত ৰখা বুলি এটি খবৰ মাজতেই কেনেবাকৈ প্ৰচাৰ হ'ল। কথাটো শইকীয়াদেৱৰ কাণত পৰিল। তেওঁৰ গোটেই শৰীৰ চট্‌কটাই গ'ল।

তেওঁ জীৱনৰ ঘৰলৈ আহি কথাটো তেওঁক কৈ পৰামৰ্শ বিচাৰিলে।

"নাটকত অভিনয় কৰাৰ বাবে এজন নাগৰিকৰ শাস্তিৰ ব্যৱস্থা নিশ্চয় আইনত নাই। সুবিধা হলে, আপুনি অক্লান্ত মন্ত্ৰীদেৱৰ লগত আলোচনা কৰি চাব পাৰে। তেওঁ শাসকবৰ্গৰ লগত থাকিলেও, বিবেচক লোক, বিয়াল্লিচৰ গণবিপ্লৱৰ তেওঁ এজন বিপ্লৱী।"

"ঠিকেই, কিন্তু এতিয়া খৰচ কৰি ৰাজধানীলৈ যাবৰ যে মোৰ উপায় নাইশ মোৰ অভাৱ-অনাটনৰ কথা তুমি নজনা নহয়।" শইকীয়াদেৱৰ এটি দীঘল নিশ্বাস ওলাই আহে।

"বাট চাওক, চৰকাৰী হুকুম আপুনি এতিয়াও পোৱা নাই। হয়তো ইতিমধ্যে মন্ত্ৰীজনা চফৰত আহিবও পাৰে। সুকণ্ডা থাকিলে তেওঁ নিশ্চয় আপোনাক সহায় কৰিব। সাহিত্য-সংস্কৃতি আদিত তেওঁৰ ৰুচি আছে। দূৰত থকা ক্ষমতাশালী লোকসকলে আমাৰ কথা একো নাজানে, কিবা যদি অন্যায় কৰিছে তেন্তে ই খয়ৰাম দানৱৰ বাহিৰে আন কোনো নহয়। দাসদেৱৰ নিচিনা ভকত মানুহ এজনকো নিৰ্ব্বাচনৰ নৰকত নমা বুলি তেওঁ সন্দেহ কৰিছিল। আপুনি খোলাহে ফুৰে, কোনোবা চোৰাংচোৱাই কিবা লগাইছে।"

কথাবাৰ কৈ জীৱনে শইকীয়াদেৱৰ মুখৰ পিনে চাই ৰয়। মানুহ-জনৰ প্ৰতি তেওঁৰ দৰদ লাগি আহে।

"যদিহে খয়ৰামে এইটো কৰিছে তেনেহলে মাছ মৰা পাঁচপতীয়া তাৰ মই বুকুত মাৰি প্ৰতিশোধ লম। সেই জঘন্য তালুকৰ কাৰণে দীন-দৰিদ্ৰ-নিঃসহায় লোক ৰব নোৱাৰা হ'ল। জেল-কাঁচী যি হয়

হ'ব। তথাপিও তাৰ অত্যাচাৰৰপৰা নিপীড়িত লোক ৰক্ষা পৰিব।"

শইকীয়াদেৱৰ চকু-মুখ খঙত ৰঙা পৰি উঠে। জীৱনে তেওঁৰ তেনে খং মূৰ্ত্তি আগতে দেখা নাছিল। অন্যায়ৰ প্ৰতি জাগি উঠা তেওঁৰ প্ৰতিৰোধৰ ভাবক অভিনন্দন জনালেও তাৰ ভৱিষ্যত ভয়াবহ আৰু লাভহীন বুলি ভাবি লৈ জীৱনে তেওঁক বুজাই ক'লে, "অন্যায়ৰ প্ৰতিৰোধ লাগে, কিন্তু এনেদৰে প্ৰতিৰোধ কৰিবলৈ গলে, লাভতকৈ অনৰ্থহে বেছি। আইন আজি ইহঁতৰ হাতত, চিপাহী-চন্তৰী সিহঁতৰ নিযন্ত্ৰণত। মুহূৰ্ত্ততে সিহঁতে সকলোকে ধূলিসাৎ কৰি দিব পাৰে। অভিনয় চলি থাকোতেই সিহঁতে আমাক কি নকৰিলে? উস্ সেই ৰাতিটোৰ কথা মনত পৰিলে আজিও শৰীৰ সিঞৰি উঠে। কিন্তু আমাৰ আইন ক'ত থাকিল? শান্তিৰ পূজাৰী কলা-শিল্পী-সকলক সিহঁতে কেনে নিৰ্ম্মমভাৱে অত্যাচাৰ কৰিলে। সিহঁতৰ অত্যাচাৰৰপৰা যুৱতী নাৰীও ৰক্ষা নাপালে।"

শইকীয়াদেৱে জীৱনৰ কথাবোৰ শুনি থাকিলেও তেওঁৰ খং মাৰ যোৱা নাই। তাৰ মাজতেই একোবাৰ মনত ভাব হয় খয়ৰামক যেন একে ঘাপেই কাটি থৈ আহিব।

জীৱনে কৈ যায়। 'এজন খযৰামক শেষ কৰিলে কি হ'ব? আজ এনে নিধক, নিষ্ঠুৰ, ভণ্ড-নেতা দেশত হাজাৰ হাজাৰ আছে। সিহঁতক কেনেকৈ নোহোৱা কৰি পেলোৱা যাব? ক্ষন্তেক অপেক্ষা কৰক, পৃথিবী পোহৰাই যুগান্তৰ সূৰুয উদয় হৈ আহিছে। এন্ধাৰ আৰু ক'ত লুকাব পাৰিব এতিয়া?"

শইকীয়াদেৱে মূৰ দুপিয়াই ভাবে। সঁচাকৈয়ে সূৰ্য্যোদয় হৈ আহিছে, এন্ধাৰ আৰু নাথাকে, পৃথিবী পোহৰ হ'ব, জগতত শান্তি সমৃদ্ধিয়ে বিৰাজ কৰিব। তথাপিও, সেই ভাবৰ মাজতেই তেওঁৰ মনটো চট্‌ফটাই উঠে। খয়ৰাম শ্ৰেণীটোক পিহি পেলাবলৈ মনত অদম্য হাবিলাস জাগি উঠে।

এনেতে বগাৰাম আহি খবৰ দিয়ে প্ৰেছত কোনোবা মানুহ কৈ থকা বুলি।

সিমানতেই দুয়োৰো কথোপকথনৰ ওৰ পৰে।

শইকীয়াদেৱ ঘৰলৈ খোজ লবলৈ খোজোঁতেই বগাই লাহেকৈ আগ ভেটি ধৰি সোধে, "চৰকাৰী হুকুম আহিল নেকি?"

"নাই আহা বাপা, তোমাক কোনে ক'লে?"

"সকলোৱে জানিছে। দুৰ্য্যোধনৰ ধন খাই যুধিষ্ঠিৰৰ গুণ কেনেকৈনো গাব? এৰি পেলাওক, নালাগে তেনে ধন, নিজৰ অলপেই ভাল।"

"বৰ ভাল কথা জনা বগা বাপা। কিন্তু কি কৰিম, অভাৱ—অভাৱত জৰ্জ্জৰিত।"

"এস্, আপোনাৰ মুখত আৰু সদায় অভাৱৰহে কথা। যি পায় তাকেই বহুত বুলি ধৰি ল'ব লাগে। লুভীয়া মনক ব্ৰহ্মাণ্ড খনেও জুৰি নাঁহে বাপ, এৰি পেলাওক।"

"হু, কোনেও মোৰ অভাৱৰ কথাটোও বিশ্বাস নকৰে, মই যেন সুখতহে আছোঁ।"

বগাৰামে হাঁহি মাৰি নমস্কাৰ জনাই কৈ উঠে, "ভাল বাপ, বিদায়।"

"অ' যোৱা, মোৰ কথা মনত ৰাখিবা।"

শইকীয়াদেৱ অশান্ত বলিয়া মনটোৰে গৈ থাকোতেই হঠাতেই বাটত খগৰামক দেখা পালে। তেওঁ মুখখন বেঁকাকৈ টিপা মাৰি ধৰি খোজ কাঢ়ি আহিবলৈ ধৰিছে। তেওঁক দেখিয়েই শইকীয়াদেৱ হঠাতেই টিঙিৰি তুলা যেন হৈ উঠিল। খন্তত তেওঁ দিক্ বিদিক্ হেৰুৱাই গোৰ গোৰাই তেওঁক প্ৰশ্ন কৰি উঠিল, "আপুনি বোলে মোৰ পেঞ্চন কটাই দিছে, হয়নে?"

খগৰামে নৰৈ গম্ভীৰভাৱেই গৈ থাকি ক'লে, "অকল পেঞ্চন কটাই নহয়, মানুহজনকো কটাই দিয়া হ'ব পাৰে।"

তেওঁৰ কথাবাৰ শুনিয়েই শইকীয়াদেৱৰ খং মূৰত উঠিল। তেওঁ

জ্ঞান-বিজ্ঞান এৰি বেচেৰা বয়সীয়াল খয়ৰামক তিতিতেই চেপি ধৰিলে। "বেটা ছুৰীয়াৰ তেজ খাইয়েই তোৰ তৃপ্তি নহয়, তকান হাত কেইডাল চোবালেহে তোৰ পেট ভৰে।"

এনে ঘটনা ঘটিব বুলি খয়ৰামে সপোনতো ভবা নাছিল। কিন্তু শইকীয়াই হাত ছুখন কন্ধেকতে এৰি দি বেগা-বেগিকৈ খোজ ললে।

খয়ৰাম ডাণ্ডৰীয়াই তাত নবৈ কোনো পিনে নাচাই বেগাই ঘৰমুৱা হ'ল। সংসাৰখন তেতিয়া ক'ত আছে তেওঁ ক'ব নোৱাৰে। এনে অপমান জীৱনত তেওঁ কেতিয়াও পোৱা নাছিল। তেওঁ ঘৰ পাইয়ে থানাৰ বৰ বিষয়ালৈ ফোন কৰি খবৰ দিলে যে চিৰিনাথ শইকীযা নামৰ লোক এজনে তেওঁক মাৰিম বুলি ভয় খুৱাইছে। তৎক্ষণাৎ তেওঁক গ্ৰেপ্তাৰ কৰি হাজোতত থ'ব লাগে। বাটতেই সেই মানুহজনে তেওঁক তেনেকৈ ভয় খুৱাইছে।

কথামতেই কাম হ'ল। পুলিচ গৈ শইকীয়াদেৱৰ ঘৰতেই তেওঁক গ্ৰেপ্তাৰ কৰিলে।

তেওঁৰ ঘৰত কন্দাকটা লাগিল। গাৱঁৰ ছুই-চাৰি লোক এজন এজনকৈ আহঁাতে, তেওঁৰ ঘৰৰ চোতাল মানুহেই ভৰি পৰিল। তেনে এজন মানী আৰু বয়সীয়াল লোকৰ এনে অৱস্থা দেখোৱাত সকলোৱে মনত ছুখ পালে আৰু আচল ঘটনাটো নো কি তাক জানিবলৈ ব্যগ্ৰ হ'ল।

শইকীয়াদেৱৰ পৰিবাৰৰ লগতেই তেওঁৰ ল'ৰা-ছোৱালী মখায়ো কন্দা-কটা আৰম্ভ কৰিলে।

সেইবিলাকৰ বুজাই তেওঁ ক'লে "তহঁত কোনেও কন্দা-কটা এতিয়া নকৰিবি। ৰাইজে এদিন সকলো কথা বুজিব, তহঁতেও বুজি পাবি। মই আৰু এতিয়া সেই চৰকাৰী পেঞ্চন খোৱা সাধু-কথাৰ বুঢ়া শগুণটো নহয়, মই এতিয়া আচল মানুহ, অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে কালান্তক যম। মোৰ এতিয়া এটি নতুন যৌৱন উভতি আহিছে। আইনৰ বিচাৰত মোৰ যি হয় হ'ব। কিবা যদি মোৰ দোষ হৈছে, সেই দোষ ন্যায় আৰু সত্যৰ বাবেই হৈছে।"

মানুহৰ মাজত এটি গুণ-গুণনি শব্দ উঠিল। কিন্তু কোনেও কাকো একো সমিধান দিব নোৱাৰিলে।

ডেকা পুলিচ বিষয়াজনে ক'লে, "শইকীয়া ডাঙৰীয়া, ঘৰ আৰু বাহিৰৰ মানুহৰপৰা আপোনাৰ বিদায় লবৰ হ'ল। এতিয়া থানালৈ বলক। আপোনাৰ বিবৃতি আমি তাতেই লম, চিন্তা কৰিব লগা একো নাই। কোনোবা এজন আপোনাৰ লগত গলালেই, আপোনাক জামিনত লৈ আহিব পাৰিব।"

কথাষাৰ কৈ বিষয়াজনে ৰাইজৰ পিনে চাবলৈ ধৰিলে। জামিনৰ কথা শুনি ৰাইজ এজন এজনকৈ ভাগিবলৈ ধৰিলে। শেষত তেওঁৰ পৰিয়ালবৰ্গৰ লগত সৰু সৰু ল'ৰা-ছোৱালীহে কেইটিমান ইফাল-সিফালকৈ ৰ'ল।

ৰাইজৰ মনোবৃত্তিৰ ছবিখন দেখি বিষয়াজনে কৈ উঠিল, "শইকীয়া ডাঙৰীয়া ৰাইজ দেখো নিমিষতে ভাগিল। জামিনদাৰৰ বাবে এজন লগত নগলে আপোনাৰ অসুবিধা হ'ব।"

"বলক, মই জেলতেই পচি মৰিম। ঘৰত অভাৱ-অনাটনত মৰাতকৈ জেলৰ ভাত খাই কৰ্ম্মক্লান্ত জীৱনত তাতেই মৰা ভাল। বলক, আৰু দেৰি কৰিব নালাগে।"

তেতিয়া ল'ৰা-ছোৱালীৰ উচুপি উচুপি কান্দোনৰ শব্দে শইকীয়াৰ অন্তৰ দকদকাই পেলালে। তেওঁৰো চকুহুটা তিতিবৰ উপক্ৰম হোৱাৰ আশঙ্কা কৰিযেই বিষয়াজনক পুনৰ জোৰেৰে ক'লে, "বলক, বলক, বৈ থাকিলে মায়াহে জন্মে।" কথাষাৰ কৈয়ে তেওঁ নগলালৈ খোজ পেলালে।

পুলিচৰ দাৰোগাজনে চিপাহী দুজনৰ পিনে চাই হুকুম দিলে, "বলা, তেওঁৰ পিছে পিছেই।"

শইকীয়াদেৱে ক'ব নোৱাৰিলে তেওঁৰ কি হৈছে, অনুভূতিবোৰ যেন তেওঁৰ লোপ হৈছে। পিছলৈ চাই তেওঁ দেখে যে কোনো মানুহেই তেওঁৰ লগত অহা নাই, মাথো তেওঁৰ দুজন পুতেকে কাঁতৰে

আঁতবে আছি আছে। তেওঁৰ মনটো বৰ বেয়া লাগি গ'ল। পিছলৈ আৰু নাচাই তেওঁ খোজ পেলালে।

"খয়ৰাম ডাঙৰীয়াৰ লগতনো আপোনাৰ কি কাজিয়া লাগিছিল?" বাটতেই মানুহ নোহোৱা দেখি বুজি দাৰোগাই প্ৰশ্ন কৰিলে।

"কি কম বাপা জানেই নহয়, বয়সত হলোঁ বুঢ়া, বুঢ়া আৰু ল'ৰা এ'ক, মনটো বহুত সময়ত ল'ৰাৰ দৰে নলগাত লাগে। কথা বেছি ডাঙৰ নহয়, কি হ'ব? পুলিচৰ হাতত বুঢ়া কালত এনেকৈ লটি ঘটি হ'ব লগা আছিল।"

"নাই, নাই, একো নহয়, বিশেষকৈ মই থাকোতে। আপোনাৰ সাধুকথাৰ কিতাপ মই সৰু কালতেই পঢ়িছোঁ। আপোনাৰ খুহুতীয়া গীত এটা গাই স্কুলৰ বঁটা বিতৰণীত এটা বঁটাও এবাৰ লাভ কৰিছিলোঁ। তেতিয়াৰপৰাই আপোনাক জানো, দেখাহে নাছিলোঁ। আপোনাক জামিনত এৰি দিব পৰা যাব।

ডেকা বিষয়াজনৰ কথাত শইকীয়াদেৱৰ মনত বৰ সুখ লাগিল। ক্ষন্তেকলৈ তেওঁ পাহৰি গ'ল তেওঁ গ্ৰেপ্তাৰ হৈহে থানালৈ খোজ লৈছে।

"বাপা, ঈশ্বৰে আপোনাৰ কুশল কৰিব। মোক দিহা-পৰামৰ্শ দিব। দেখিলেই নহয় মোৰ ঘৰখন, এপাল ল'ৰা-ছোৱালী, তাতে আকৌ তৃতীয় পক্ষ। দেশৰ সেৱাত, সমাজৰ সেৱাত, সাহিত্যৰ সেৱাত লাগি থাকোতে গৃহস্থীও উদং হ'ল। অভাৱ-অনাটন জুমুৰি দি ধৰিলে।"

কথাখিনি কৈ তেওঁ দীঘলকৈ কেইটামান উশাহ ললে।

"দুটা ল'ৰা আছি আছে, আপোনাৰেই নেকি?" দাৰোগা জনে সুধিলে।

"সিহঁতক ফিৰি যাবলৈ কওক। সিহঁতক দেখিলে মোৰ দুৰ্ব্বলতা আহিব পাৰে।"

চিপাহী এজনৰ পিনে চাই দাৰোগাজনে ক'লে, "সেই ল'ৰা দুটাক আহিবলৈ মানা কৰি দে।"

চিপাহীজনে চিঞৰি ল'ৰা দুটাক ক'লে, "তোমালোক পাছে পাছে নাহিবা ঘূৰি যোৱা, আহিলে জগৰ লাগিব, যোৱা।"

ল'ৰা দুটাই চকু মোহাৰি মোহাৰি উভতিল।

শইকীয়াদেৱৰ অন্তৰখন দকৃদকাই গ'ল।

তেওঁক গ্ৰেপ্তাৰ কৰা বাতৰি নগৰখনত বজনজনাই উঠিল। গ্ৰেপ্তাৰৰ আচল কাৰণ বহুতেই জানিব নোৱাৰিলে। কিছুমানৰ মাজত এটা বাতৰি প্ৰচাৰ হ'ল যে তেওঁ হেনো কোনোবা এখন গাৱঁত নিজে ৰচা দুটা বিপ্লৱী গীত কেইজনমান ল'ৰা-ছোৱালীক শিকাই আছিল। সেই গীত দুটাত হেনো বৰ্ত্তমান ৰজাক ভাঙি, বাইজকে ৰজা পাতিব লাগে, ৰজা থাকিলে শাসন থাকে, শাসন থাকিলে শোষণ থাকিবই, শোষণ থাকিলে সাম্যৰ শান্তি স্থাপন কেতিয়াও হ'ব নোৱাৰে, এনে ভাব প্ৰকাশ পাইছিল। চোৰাং চোৱাৰ ৰিপোৰ্টত পুলিচে তেওঁক গ্ৰেপ্তাৰ কৰিছে।

ছাত্ৰসকলৰ মাজতো ঠিক এনে উৰা বাতৰি এটি প্ৰচাৰ হোৱাত ছাত্ৰ-ছাত্ৰীৰ দল এটা শোভা-যাত্ৰা কৰি আহি থানাৰ সমুখত ধ্বনি কৰিলে,—চিৰিনাথ শইকীয়াৰ মুক্তি লাগে, বে-আইনী গ্ৰেপ্তাৰৰ বিচাৰ লাগে, অসমীয়া জন-সাহিত্য জিন্দাবাদ।"

হঠাতেই এই ধ্বনিবোৰ শুনি শইকীয়াদেৱে প্ৰথমতে উচাপ খাই উঠিল, কিন্তু অলপ পিছতেই তেওঁ সেই শবদত অভিভূত আৰু অনুপ্ৰাণিত হৈ পৰিল।

অলপ পিছতেই সেই দাৰোগাজনে তেওঁৰ কাষলৈ আহি হাঁহি মাৰি ক'লে, "ছাত্ৰবিলাক আপোনাৰ কাৰণে লাগি গৈছে, সিহঁতক বুজাই-বঢ়াই পঠিয়াই দিলোঁ। আপোনাৰ বিবৃতি লোৱা হৈয়ে গৈছে। এতিয়া আপোনাৰ কোনো দায়িত্বশীল মানুহ আহিলেই জামিনত দিব পাৰিম। মেজিষ্ট্ৰেটৰ হুকুম হৈ আছে।"

শইকীয়াদেৱৰ গ্ৰেপ্তাৰৰ আগদিনাই জীৱন প্ৰেছৰ কামত ৰাতি

থকাকৈ খবৰপৰা ওলাই গৈছিল। বিপুল মহাজনেও তেওঁৰ মটৰ বাচৰ ব্যৱসায় একেবাৰে কমি যোৱাত মানিকপুৰ মৌজাত থকা তেওঁৰ পূৰ্ব্বৰ আধিলোৱা জমিত নিজেই খেতিপথাৰ আৰম্ভ কৰিছিল আৰু মাহত চাৰি-পাঁচ দিন তাত থাকি খেতিৰ তত্ত্বাৱধান কৰিছিল। ৰঘুনাথ দাসে বান্ধৈৰ এই দুখৰ বাতৰি পাই থানালৈ গৈছিল যদিও মেজিষ্ট্ৰেটে তেওঁক জামিনদাৰ স্বৰূপে মানি লবলৈ মান্তি নহল। তেওঁ বৰ বেজাৰেৰে আহি প্ৰেছত সোমাই আছিল। ডিম্বে, বগা সকলোৱে একোবাৰ গৈ তেওঁৰ খবৰ লৈছিল। নগৰৰ আন কোনো মানুহেই তেওঁক জামিনত আনিবলৈ নগল।

হাজোতত বুঢা শইকীয়া দুটি নিশা কষ্ট পালে।

পিছ দিনাই জীৱনে আহিয়েই তেওঁৰ পৰিবাৰৰ মুখত এই বাতৰি শুনিয়েই কন্তেকো নবৈ থানালৈ চাইকেলেৰে বেগা-বেগিকৈ ওলাই গ'ল। থানাৰ বিষয়াৰ লগত আলচ কৰি তেওঁ মেজিষ্ট্ৰেটক দেখা কৰি শইকীয়াৰ জামিনৰ সকলো ব্যৱস্থা কৰি পুনৰ থানালৈ আহিল।

জীৱনক দেখিয়েই তেওঁ বুজি পালে যে তেওঁ জামিনত যাব পাৰিব।

"বাপা, এইবোৰ বিপদ। বান্ধৈ আহি উভতি গ'ল। বগা-ৰামৰো একো বল নাই, এতিয়া তুমিহে কি কৰা ?"

"হৈ গৈছে, বলক, আমাৰ ঘৰলৈকেই যাওঁ।"

জীৱনৰ কথাৰ পিছত থানাৰ ডেকা বিষয়াজনে ক'লে, "যাওক, আমাক একো বেয়া নাপাব। বুঢাচাৰেও যেন মনত একো নাভাবে।"

"আপুনি নাথাকি আন পুলিচ থকাহলে মোৰ বোধহয় বৰ কষ্টই হ'লহেঁতেন। আপুনি মোৰ সাহিত্য এদিন চিনি পাইছিল বুলিয়েই আজি মোকো চিনি পাইছে। আপোনাৰ ব্যৱহাৰত মই পৰম সন্তোষ পাইছোঁ।"

দাৰোগাক নমস্কাৰ জনাই দুয়ো ওলাই আহে।

কেইখোজমান আহিয়েই শইকীয়াদেৱে লাহেকৈ ক'লে,"তোমাৰ ঘৰলৈ নগৈ, মোৰেই ঘৰলৈকেই যাওঁ দিয়া, ঘৰত ল'ৰা-ছোৱালী-তিৰোতাৰ বা কি অৱস্থা হৈছে। তুমি নতুন নাটক এখন লিখি উলিওৱা,মোৰ বাবে এটা ভাও ঠিক কৰি থবা, মই আৰু ভাওনাতেই লাগি থাম। মোৰ অন্তৰৰ কথাবোৰ তুমি নাটকত লিখি উলিয়াবা। মই আৰু এতিয়া চৰকাৰী পেঞ্চন খোৱা সাধুকথাৰ বুঢ়া শগুণটো নহয়, মই এজন এতিয়া বিপ্লৱী—তাণ্ডৱী।"

তেওঁৰ কথাবোৰ শেষলৈ টান হৈ আহিল।

জীৱনে তেওঁৰ মনৰ পৰিবৰ্ত্তনত আনন্দ লাভ কৰি ক'বলৈ ধৰিলে,"আপোনাৰ টাইপ এৰি ক্লৈং এটা মনত ৰাখিয়েই নাটকৰ কাম প্ৰায় শেষ কৰা হৈছে। আখৰা কৰাৰ লগে লগেই সকলো শুধৰণি কৰি যোৱা হ'ব। পিছে, খয়ৰামৰ লগতনো কি খৰিয়াল কৰিলে?"

"নকৰা খণ্ডৰ মূৰতেই হঠাতেই তাক লগ পালোঁ, কাষত মানুহো নাই, ডিঙিতেই গৈ চেপি ধৰিলোঁ, সিও হতভম্ব হ'ল। পিছতেই মোৰো জ্ঞান আহিল, হাত এৰি দি কোনো পিনে নাচাই বেগা-বেগিকৈ খোজ ললোঁ। এয়ে কথা।"

শইকীয়াৰ মুখৰ ৰং সলনা-সলনি হয়, উশাহ-নিশাহবোৰো দীঘল হৈ পৰে।

"যাওঁ দে বাপা।"

"ভাল, পিছত ফালে এবাৰ যাব। একো ভয় নাই, একো ভাবিব লগা নাই। যুগৰ বিৰাট- পৰিবৰ্ত্তন আহিছে, পৃথিবীলৈ নতুন সূৰুযৰ নতুন পোহৰ পৰিছে, মানুহৰ টোপনি ভাগিছে।"

"ঠিকেই। যাওঁদেই, আকৌ আহিম। এইবেলি মোৰ ভাওত তাণ্ডৱ নৃত্য, এইবেলি মই হ'ম নৰসিংহ অৱতাৰ।"

দুয়ো দুই পিনে খোজ লয়।

[ ১৬ ]

আকৌ বাৰিষা আহিছে। বৰ লুইতৰ জীয়ৰীবোৰৰ বুকু ওকন্দি ওকন্দি উঠিছে। অসমৰ উদাৰ আৰু উন্মুক্ত বুকুলৈ নতুন সৌন্দৰ্য্য

এটিৰ সৃষ্টি হৈছে। ঠায়ে ঠায়ে পথাৰত পানী উঠিলেও, সেই পানীত আছিছে শস্যক নদন বদন কৰি তোলা উৰ্ব্বৰ শক্তি। তাৰ মাজতেই ছিৰ্ ছিৰাই গিৰ্ গিৰাই আছিছে একোজাক বৰষুণ।

একেলেথাৰীয়ে তিনি দিন বৰষুণ হৈ যোৱাৰ পিছত সিদিনা ৰাতি পুৱাতে বতৰ ফৰকাল। দিনৰ নতুন সুৰুযটো নতুন বাণ্ডলী বহন লৈ পূব আকাশত প্ৰকৃতিক তপত চুমাৰে ৰঙীন কৰি তুলিছে।

চিৰিনাথ শইকীয়াই সুৰুযৰ পূৰ্ব্বেই টোপনিৰপৰা উঠি পানীৰ তলৰপৰা চাৰি চুকীয়াকৈ চপৰা কাটি উলিয়াইছে। তেওঁৰ ভিঠাটোৰ তিনি পিনেই পানী। পশ্চিমৰ পিনেদি চৰকাৰী ৰাস্তাটো, বাকী তিনি পিনেই এতিয়া পানী উঠি আছিছে। পানীৰ তলৰপৰা এনেদৰে কাটি উলিওৱা চপৰা ভিঠাত তুলি যাব পাৰিলে ভিঠা খহি নাযায়। এনেদৰেই তেওঁ কঠোৰ শ্ৰমেৰে নিজৰ ভিঠা বহলাবলৈ যত্ন কৰিছে। মাজে সময়ে গীত পদো তেওঁ দুই-এবাৰ গাই যায়। কাটি পেলোৱা সাহিত্যিক পেঞ্চনটোৰ বাবে তেওঁৰ আক এতিয়া বেজাৰ নাই। প্ৰথম ল'ৰাটো অসমীয়া বিষয়ত প্ৰথম শ্ৰেণীত পাচ কৰি নতুনকৈ হোৱা কলেজ এখনত অধ্যাপক হৈছে। দ্বিতীয় ল'ৰাটো তেওঁৰ ঘৰৰপৰা ওলাই যাবলৈ আজি পোন্ধৰ বছৰো পাৰ হৈ গ'ল। সি হেনো এতিয়া মৰাণ অঞ্চলত মাটি-বাৰীলৈ বেচ যোত্ৰৱন্ত মানুহেই হৈছে, লগতে মাধৱ বংপি নামৰ ক্ষমতাশালী মানুহ এজনৰ ছোৱালী বিয়া কৰাই অঞ্চলৰ ৰাইজৰ মাজত ভালকৈয়ে শিপাই লৈছে। তৃতীয়টো হাইস্কুলৰ শেষ পৰীক্ষাত পাচ কৰি পুলিচৰ হাৱালদাৰ হৈছে। গতিকেই, এতিয়া চিন্তা তেওঁৰ কিছু কমিলেও, অভাৱৰ ভাবটো তেওঁৰ মনৰ মাজৰপৰা নাযায়।

দুটি নিশা হাজোতত কষ্ট পোৱাৰ পিছত জীৱনে জামিনত লৈ অহাত জীৱনৰ প্ৰতিও তেওঁৰ এতিয়া পূৰ্ব্বৰ ভাবৰ সলনি হৈছে। তেওঁৰ প্ৰেছৰ পিনে এতিয়া তেওঁ মাজে সময়ে নিজেই গৈ সকলোৰে খা-খবৰ লয়। ইতিমধ্যে তেওঁ "জীয়াযুঁজ" নামৰ গল্পৰ পুথি এখন

লিখি পঢ়ুৱৈ সমাজৰপৰা ভাল সমাদৰ পাইছে। শ্ৰমিক, কৃষক, বুদ্ধিজীৱী, সক ব্যৱসায়ী লোকৰ জীৱন যাত্ৰাৰ বিভিন্ন দিক্ গল্পৰ মাজত প্ৰকাশ হৈছে। মানুহৰ দ্বাৰা মানুহক শোষণ, জাতিগত, কুলগত, বৰ্ণগত উৎপীড়ন, আৰু শ্ৰেণী বৈষম্যক দূৰতে বিদূৰ কৰি আঁতৰাই পেলাবলৈ ঠায়ে ঠায়ে তেওঁ সেই গল্পবিলাকত এনে ভাবে ইঙ্গিত দি গৈছে যে পঢ়োতাই অনুপ্ৰাণিত আৰু অনুপ্ৰেৰিত হৈ পৰে।

অক্লান্তদেৱে এইবেলি মন্ত্ৰী হোৱাৰ সুযোগ নাপালে। তেওঁক মন্ত্ৰীৰ বাব নিদিয়াত তেওঁ পুনৰ আগৰ দৰেই জনতাৰ বুকুৰ মাজলৈ সোমাই আহিবলৈ যত্ন কৰিছে। প্ৰথমতে তেওঁৰ মনলৈ অত্যন্ত দুখ আৰু বিমৰ্ষতা আহিলেও, পিছত তেওঁ নিজকে সুস্থিৰ কৰি তুলিব পাৰিলে, পিছৰ নিৰ্ব্বাচনত নিশ্চয় তেওঁৱেই মুখ্য হিচাপে মন্ত্ৰী সভা গঠন কৰি পেলাব পাৰিব।

তেওঁৰ পৰামৰ্শতেই খয়ৰাম ডাঙৰীয়াই শইকীয়াদেৱৰ বিৰুদ্ধে একো মোকৰ্দ্দমা নকৰিলে। তেওঁক নিজৰ মটৰতেই তুলি নি ডাঙৰীয়াৰ লগত আপোচ কৰাই দিলে।

আপোচ হৈ উঠাত শইকীয়াদেৱেও মনত শান্তি পালে আৰু অন্তৰত লাগি থকা ভয় আঁতৰি গ'ল। তেওঁ অক্লান্ত ডাঙৰীয়াৰ মনৰ কৃতজ্ঞতা প্ৰকাশ কৰি আৰু লগতে সম্ভৱপৰ হলে তেওঁৰ হেৰোৱা পেঞ্চনটো পুনৰ দিয়াবলৈ অনুৰোধ কৰিলে।

এদিন তেওঁ বিপুল মহাজনৰ ঘৰলৈ গৈ তেওঁক মাত লগালে। তেওঁ মন্ত্ৰীৰ পদত এতিয়া নাথাকিলেও সমগ্ৰ অঞ্চলৰ বা-ৰাইজে তেওঁৰ নামৰ লগত মন্ত্ৰী শব্দটো সদায় ব্যৱহাৰ কৰিহে কথা কয়। দুই-চাৰি সাধাৰণ মানুহে তেওঁক এতিয়াও মন্ত্ৰী বুলিয়েই ভাবে।

কথা প্ৰসঙ্গত অক্লান্তদেৱে কয়, "যদি ইচ্ছা কৰে, তেনেহলে মটৰৰ কাৰবাৰটোৰ বাবে সহায় কৰিব পৰা যায়। আপোনাৰ নাকচ হোৱা চিটকেইটা পুনৰ বহাল কৰাটো বেছি কঠিন নহয়।"

অলপ কৃষিতেই মন দিলোঁ, তাতেই এতিয়া মনটো বহিছে।

মাহত দুদিন পামত থাকি বৰ ভাল লাগে। মই গলে গাওঁলীয়া ৰাইজখিনি লগ হয়, আ-আলোচনা কৰি ভাল লাগে।

কথাষাৰ কৈ বিপুলে কৃত্ৰিম হাঁহিৰে নিজৰ কৰঙনত চাপৰ মাৰে।

"পিছে, চাৰ, গাওঁৰ ৰাইজ বৰ সিয়ান, বাহিৰত নজনাটো দেখুৱায় কিন্তু সিপিনে তলে পুতল। অৱশ্যে ভালেই কুসংস্কাৰ আঁতৰাব পাৰিলে, গাওঁ সৰগ হ'ব। মহাত্মাৰ সকলো কাৰ্য্যসূচী গাওঁৰ বুকুতেই আছিল।"

"হয় হয়। পিছে মন্ত্ৰীৰ পদ নথকাত আমাৰ এই অঞ্চলৰ ৰাইজৰ বহুতবেই অসুবিধা হৈছে। হাজাৰ হওক, নিজৰ মানুহৰ কথা এটা সদায় বেলেগ। ভালবেয়া পালেও, নিজৰ বুলিহে আপুনি মোৰ নিচিনা এজন সাধাৰণ লোকৰ ঘৰলৈ আহিছে। কোনো কোনোৱে কয়, আপুনি কিছুদিন সংগঠনৰ কামতেই লাগক, কিন্তু সংগঠনৰ কাম আৰু কিবা বেলেগ হয়নে ?"

"ঠিকেই, দৈনন্দিন জীৱনৰ কাৰ্য্যসূচীৰ লগতেই আমি সমাজ সংগঠনৰ কাম কৰি যাব পাৰোঁ। সমাজ আৰু জীৱন দুটা সুকীয়া বস্তু নহয়। পিছে, আপুনি, মই, জীৱন এই সকলোবিলাক মানুহ লগ হৈ সমাজৰ সেৱা কৰা যুগুত। আমাৰ সকলোৰে শেষ লক্ষ্য একেই—সমাজ সেৱা।"

"হয় হয়।"

মহাজনে হেঃ হেঃ কৈ হাঁহি কৰঙনত চপ্ চপ্ শব্দ কৰি চাপৰ মাৰে।

"পিছে পাৰে যদি আমাৰ চিৰিনাথ শইকীয়াৰ সাহিত্যিক পেঞ্চনটো দিয়াব নোৱাৰেনে ? মানুহজন সমাজ সেৱীয়েই আছিল। অভাৱ, বৰ অভাৱ।"

বিপুলৰ কথা শুনি অক্লান্তদেৱে গহীনাই কৈ উঠে, "মানুহজন দেখাত চাধা চিধা, কিন্তু স্বাৰ্থপৰদেই। আমাৰ গান্ধী আশ্ৰমৰ বিত্তালয়লৈ শিক্ষক কৰি নিছিলোঁ নহয়, পিছে ৰাখিব পৰা নগ'ল।

সদায় পেটটো, বৰভোজটোৱে ভাঙব। ষ'তে ত'তে মাথো তেওঁৰ গৃহস্থীখনৰ অভাৱ-অনাটনৰ প্ৰচাৰৰ গীত, মুঠতে, লাগে লাগে লাগে। তেনেহলে গান্ধীৰ আদৰ্শ নাথাকে। আপুনি সমাজৰ সেৱা কৰক, সমাজে দিব নহয়।"

বিপুলে হেঃ হেঃ কৈ হাঁহি মাৰি মুখেৰে একো নকয়।

"সাহিত্যিক পেঞ্চনৰ বাবে উপযুক্ত লোকৰ অভাৱ। তেওঁৰ সাহিত্যিক পেঞ্চন চৰকাৰে বন্ধ কৰা নাই, কৰিছে সাহিত্য সভা কিছুমানেহে। বহুত লিখা-লিখি কৰিছে নহয়, তেওঁ যদি পায় অমুকে নাপায় কিয়? তমুকে নাপায় কিয়? চকু চৰহা সমাজখনৰ সেয়েইতো উন্নতি নাই। পিছে, বজাৰ পেঞ্চন খোৱাতকৈ বাইজৰ পেঞ্চন খাব পাৰিলেহে বাহাদুৰী। যিয়েই নহওক, তেওঁনো আকৌ বয়সীয়াল খয় ডাঙৰীযাৰ লগতনো কিয় হাই-কাজিয়া কৰিব লাগে? মই কিন্তু এই কথাটো শুনি বৰ বেয়া পাইছোঁ। তেওঁ কিন্তু নৈবিছিল, সাধু' হলেও মানুহজন বৰ জেদী। মইহে তেওঁক কৈ মেলি আপোচ কৰাই দিছো। আদালতলৈ গলে, ভাল-বেয়া বহুত কথাই ওলাব পাৰে, নহয় জানো?"

"হয়, হয়, আপুনি নধৰিলে তেওঁ শইকীয়াক জেলত ভৰাইহে এৰিলেহেঁতেন, হাজোতত দুটা ৰাতি ৰখালেই। বুঢ়া মানুহ বেয়াও লাগে। আপুনি তেওঁৰ মান ৰক্ষা কৰিছে।" কথাখিনি কৈ বিপুলে কৃত্ৰিম হাঁহি এটা মাৰে।

"এ, এৰক সেইবোৰ, পিছে, শ্ৰমজীৱী শক্তি সংঘৰ বৰ্ত্তমান কাৰ্য্য-সূচী?"

"এ আমিনো আৰু সেইবোৰ কি বুজো? সভা-সমিতি চালোঁ, অভিনয়তো গালোঁ, বালোঁ, কিন্তু মানুহে কথাতেই কয় নহয়, গালোঁ, বালোঁ খোলাকটিৰ তাল, আমাৰো সেয়েই।"

"ঠিকেই প্ৰকৃত উদ্দেশ্য থাকিব লাগে—সমাজৰ সেৱা—মানুহৰ সেৱা। নিৰ্ব্বাচন শুনৰো আপুনি নোপোৱা নহয়। সকলোৰে কথা হৈছে ক্ষমতা পালে, ক্ষমতা এৰা কঠিন আৰু স্ব-ইচ্ছাৰে ক্ষমতা

ত্যাগ কৰা আৰু টান। জীৱনৰ কাৰ্য্যসূচী ঠিকেই হ'ব। যদিহে ক্ষমতাৰ লোভ নকৰে।"

অক্লান্ত ভাণ্ডাৰীয়াই গহীন হৈ পৰে।

"তেওঁৰ তেনে আকাঙ্ক্ষা নাই। মানুহজন স্বদেশ অনুৰাগী আৰু দীন-দুখীৰ প্ৰতি বৰ দৰদী। অন্তৰখন তেওঁৰ মহান আৰু অতি উদাৰপন্থী।"

"হয়, আমি সকলোৰে লগ হৈ কাম কৰিব পাৰিলেহে ভাল। উগ্ৰপন্থীক আমাৰ দেশৰ মানুহে ভয় হে কৰে। গান্ধীৰ পন্থাই উত্তম। আমি পূৰ্ব্বৰেপৰা গান্ধীবাদী, সেয়েই আমাৰ কৰ্ম্মও গান্ধীবাদী। আমাক পুঁজি-পতিৰ বন্ধু বুলি ভবাটো মুঠেই উচিত নহয়।"

"হয়, হয়" বুলি বিপুলে এটি কৃত্ৰিম হাঁহি মাৰি নিজৰ কৰঙনত কেইটামাত্ৰ চাপৰ মাৰে।

জীৱনৰ প্ৰেছ তেতিয়া হিৰ-হিৰাই চলি আছে। ৰঘুনাথ দাসে আলোচনীখনৰ প্ৰুফ চাইছে। বগাৰ কাম নানা ৰকমৰ, কম্পোজিটৰৰপৰা চৌকীদাৰলৈ। সি সঁচাকৈয়ে এজন মহান কৰ্ম্মী।

নিতৌ বেলিটো ৰঙাহৈ উঠে আৰু ৰঙাহৈ মাৰ যায়।

জীৱনে সেই ৰঙা সূৰুযটোৰ পিনে চায়। কেতিয়াবা পলকহীন হৈ চাই ৰয়। নিজৰ জীৱনৰ বুৰঞ্জী আদিৰপৰা অন্তলৈ সোঁৱৰণ কৰে। কত সুখৰ কথা, কত দুখৰ বেদনাৰ কথাবোৰ ছবি হৈ হৈ তেওঁৰ চকুৰ আগত ভাহি উঠে। মানৱ জীৱন সুন্দৰ হয় আনৰ স্বাৰ্থত নিজক বিলাই দিব পাৰিলে। তেওঁ উপলব্ধি কৰে এই সত্যটো। যুগে যুগে পৃথিৱীলৈ দানৱৰ দল যেন ক'ৰবাৰপৰা নামি আহে, কিন্তু সেই দানৱৰ হয় যুগে যুগে পৰাজয়। এক্ষাৰ নামে সঁচা, কিন্তু যুগান্তৰ সূৰুযে নতুন কিৰণৰ লগত নতুন জীৱনৰ সুৰ ঢালি দিয়ে, পৃথিৱী হয় মুক্ত, প্ৰাচুৰ্য্যশীল আৰু আনন্দময়। সেই যুগ যেন আজি আহি পৰিছে।...

"ককাইদেউ, আমাৰ আতা আহিছে।"

জীৱনে মূৰ দাঙি দেখে বগাক।

"অ', কি হ'ল ?"

"শইকীয়া আতা।"

"অ' আপুনি, আহক, আহক।"

শইকীয়া কাষতলিৰপৰা লাঠিদাল আৰু ছাতিটো থৈ লাহেকৈ সোধে, "ভাল নহয় বোপা ?"

"ভালেই, বহুতদিন আপোনাৰহে খবৰ ল'ব পৰা নাই। লিখা কাম কেনে চলিছে ?"

"আজি কালি কিছুমান ভাব যে অহা হৈছে, ৰবযুণ অহাৰ দৰে দেখো হিব্ হিবাই আহে, শৃঙ্খলিত ভাবে ধৰি প্ৰকাশ কৰিবলৈকেই নোৱাৰোঁ। বোপা, তুমি যে মহৎলোক এতিযাহে সম্পূৰ্ণ বুজিছোঁ। অভাৱ-অভিযোগত বুদ্ধিৰ স্থিৰতা হেৰাই যায়, বেয়া নাপাবা। এইবেলি বিপ্লৱী বুঢ়াৰ ভাও থকা নাটক এখন লিখি উলিওৱা, সেই ভাওটো মই লম। বুঢ়া হলেও, এতিয়া আৰু মোৰ মৰিবলৈ মন নাই।"

"নিশ্চয় আপুনি জীয়াই থাকিবই লাগিব এশ বছৰলৈ। আপোনাৰ এশ বছৰীয়া জীৱনীয়ে এটা নিপীড়িত জাতিৰ জীৱনী হ'ব। আপোনাৰ জীৱনী মই লিখিম।"

শইকীয়াদেৱৰ মুখত অপূৰ্ব্ব জ্যোতি যেন ভাহি উঠে। চকু দুটি তেওঁৰ সেমেকি যায়, অন্তৰত আনন্দৰ সিহঁৰণ জাগে।

"ব্যক্তিক ডাঙৰ কৰিব পাৰিলেহে জাতি এটি ডাঙৰ হয়। পূৰ্ণ উদ্যমেৰে লিখা কাৰ্য্যত লাগি য'ক। আপোনাৰ সুদীৰ্ঘ অভিজ্ঞতাৰপৰা আপুনি যি লিখি যাব, সেয়েই বিশ্বসাহিত্য হ'ব।"

শইকীয়াদেৱৰ দুই চকুৰপৰা দুধাৰ চকুপানী বাগৰি আহে। তেওঁৰ দৃষ্টিহীন চকুটোৰেও যেন দৃষ্টি লাভ কৰে। চকুপানীখিনি তেওঁ চুৰিয়াৰ আঁচল এটিৰে মচি ললে।

"চৰকাৰী পেঞ্চন খোৱা সাধুকথাৰ সেই বুঢ়া শগুণটো আৰু মই নহয়, মই এতিয়া এজন বিপ্লৱী তাণ্ডৱী।"

জীৱনে তেওঁৰ মুখৰ পিনে চাই ৰয়।

এনেদৰে দুয়ো কথা পাতি থাকোতেই হঠাতেই আহি পায় প্ৰণৱ আৰু প্ৰিয়া—দুটি পাতৰ মাজত যেন এটি সুন্দৰ ফুল।

"নমস্কাৰ, নমস্কাৰ।"

"হাৰে, হঠাৎ এনেকৈ। বৰ ভাল সময়তেই আহিলা, আহা, আহা, বহা।"

দুয়ো বহে।

শইকীয়াদেৱে এটি তীব্ৰ দৃষ্টিৰে দুয়োৰো পিনে চাই হাঁহি হাঁহি কয়, "বেচ মিলিছে, একেবাৰে ৰাম সীতা যেনহে হৈ পৰিছে। ভগৱানে তোমালোকৰ জীৱনবোৰ সুন্দৰ কৰক।"

প্ৰিয়াই শইকীয়াদেৱৰ চৰণত সেৱা জনায়।

"নালাগে, হৈছে। বৰ ভাল। বৰ মনোৰম। কিন্তু দেশ আৰু সমাজক নাপাহৰিবা। গৰীব সকলকো অনাদৰ নকৰিবা। পিছে আমাৰ জলপান কেতিয়া হ'ব, খবৰ দিবা।"

শইকীয়াই কথাখিনি কওঁতে জীৱনে দুয়োৰো পিনে চাই বৰ সুখ পায়। সঁচাকৈয়ে যেন দাম্পত্য-প্ৰণয়—জীৱনৰ এদালি বিৰিখত লগা দুটি সুৰভিত ফুল।

ইৰা ভিতৰৰপৰা সোমাই আহে।

"এয়া প্ৰণৱৰ পথৰ লগৰী।" জীৱনে কয়।

ইৰাই তেওঁলোকৰ দুয়োৰো বিয়াখনৰ খবৰ আগৰেপৰাই পাই আছিল। তেওঁ আগবাঢ়ি আহি প্ৰিয়াক গাত ধৰি, 'আহা ভিতৰত বহা' বুলি কৈ আদৰি লৈ গ'ল। ইৰাৰ মুখ মণ্ডলত বাৰ্দ্ধক্যৰ চিন পৰিছে যদিও দীঘল নাক আৰু সৰু কপালখনৰ সৌন্দৰ্য্য এতিয়াও মাৰ যোৱা নাই। চুলি দুই-এদাল মাজে মাজে পকিলেও দীঘল-চুলি কোচাৰ খোপাটো এতিয়াও শুৱনি হৈ আছে। দুয়ো সোমাই যাওঁতে জীৱনে ইৰাৰ পিনে এটি চেনেহৰ দৃষ্টিৰে চাই ৰ'ল।

"তোমালোক বৰ মিলিছা। আমি ভুলকৈয়ে আগতে কিবা ভাবিছিলোঁ। সত্য কথা, মেপত থকা ব্যৱধানে মানুহক বিচ্ছেদ কৰিব নোৱাৰে। ভাষায়ো মানুহৰ ব্যৱধান আনিব নোৱাৰে। মানুহৰ মনেহে মিলনৰ সাঁকো ৰচে।'

শইকীয়াদেৱৰ কথা শুনি জীৱনে কয়, "ভাষাই ভাব প্ৰকাশ কৰে। হনুমানে যেতিয়া লঙ্কাপুৰীত দৰশন কৰি ৰামৰ বতৰা দিছিল, তেতিয়া সি কি ভাষাৰে সীতাৰ লগত বাক্য আৰম্ভ কৰিছিল? উদাৰ মনটোক নিশ্চয় ভাষাই বাধা দিয়া নাছিল।"

শইকীয়াদেৱে হাঁহি হাঁহি মূৰ জুপিয়ায়।

প্ৰণৱে কয়, "আজি আমাৰ বৰ ভাগ্য। আপোনালোকক এনেকৈ একেলগে লগ পাই ঠিক পবিত্ৰ তীৰ্থ দৰ্শন যেন লাগিছে। আমাক আশীৰ্ব্বাদ কৰিব।"

"হু, মনত আছেনে চাউলকেইটা জোলোঙাত ভৰাই লৈ অহা? তোমাৰ বোধহয় খং উঠিয়েই গৈছিল, এতিয়া আৰু তাৰ সুযোগ নাপাম, গিৰিহঁতনীয়ে চোৰাং-চোৱাই ৰখা দি সকলোকে ৰাখিব নহয়।"

শইকীয়াদেৱৰ কথাত প্ৰণৱে কৈ উঠে, "সেইবোৰ কথাত বৰ আমোদ হে পাইছিলোঁ। আপুনি আনকি টান কথা কলেও মানুহে বেয়া নাপায়। আপোনাৰ সকলো কাৰ্য্যকেই কৌতুক যেনহে লাগি পৰে।"

"বন্দৰা যেন নালাগেতো?" বুঢ়াৰ কথাত ছুয়োৰো হাঁহি উঠে আৰু শেষত তেওঁ নিজেও হেঃ হেঃ কৈ কৃত্ৰিম হাঁহি কেইটামান মাৰে।

এনেতে চাহ মিঠাই আহি পৰে। থাল-কাপবোৰ দাঙি আনি ৰগাৰামে মেজত থয়।

"হু তইয়ো ভাগ হৈছ?"

"হয় আতাদেউ। সুৰুয উঠিলে পোহৰ হবই আৰু বানপানীয়ে নৈৰ পাৰ বাগৰিলে সকলো ঠাইতে পানী উঠিবই।"

"হু, এইবেলি অভিনয়ত দেখা যাব তোৰ কথাৰ বাহাদুৰী।"

বুঢ়াৰ কথা শুনি বগাই মিচিক-মাচাককৈ হাঁহি ভিতৰ সোমায়।

"এইবেলি নাটক হ'ব "শতেক পুৰুষ।" মানুহৰ জীৱনক দিব লাগিব এটি নতুন ৰূপ, পৃথিৱী হ'ব লাগিব সমগ্ৰ মানৱৰ এখনি ঘৰ।"

কথাষাৰ কৈ শইকীয়াদেৱ গম্ভীৰ হয়। চকু দুটি ডাঙৰকৈ মেলি দিয়ে আৰু দুটিমান দীঘলকৈ উশাহ লয়।

চাহ খোৱা শেষ হোৱাৰ লগে লগেই ইৰাই তামোলৰ বটাখন আনি দি পুনৰ ভিতৰলৈ সোমাই যায়।

পিছতে বগাই আহি সৰু শব্দেৰে কয়, "খয়ৰামচাৰৰ হেনো অসুখ, অলপ আগতে ভগা মন্ত্ৰীয়ে খবৰ লবলৈ গুৱাহাটীৰপৰা বেগা-বেগিকৈ আহিছে।"

"হয়নে ?"

শইকীয়াদেৱৰ ভাবৰ সুঁতিত কিবা এট যেন বাধা পৰে। বয়সীয়াল লোকজনৰ অসুখ বুলি শুনি তেওঁৰো মনটো বেয়া লাগিল। এবাৰ খবৰ ল'ব লাগিব বুলি তেওঁ মনতেই ভাবে।

"মানৱ জীৱন দুদিনীয়া বাপাহঁত, তথাপিও, ক্ষমতাশালীৰ অহঙ্কাৰ আৰু ভেম কোনোদিনাই নুগুচে। খয়ৰামে ক্ষমতাৰে নিজৰ পেট ভৰাইছিল, ভাই-ভতিজাকক জমিদাৰ-মহাজন কৰি তুলিছিল। আৰু হিংসাৰ বশবৰ্ত্তী হৈ কত নিৰাশ্ৰয় লোকক, পৰিয়ালক, ধ্বংস কৰিছিল। কিন্তু আজি বা কালিলৈ—পৰি ৰৈব নৰ দেহা উৰি যাইব পখী।"

বুঢ়াৰ কথা শুনি বগাৰামে লাহেকৈ ক'লে, "খযৰামৰ নৰীয়া নহয় বাপসকল, ই হৈছে ভণ্ড, হিংসুক আৰু উৎপীড়কৰ নৰীয়া, সিহঁতৰ নাটৰ শেষ দৃশ্য আহি পৰিছে আতাদেৱ।"

"তই বেচ কথাবোৰ ক'ব জান। আমাৰ প্ৰণৱ বাপাৰ দৰে তইয়ো জীৱনৰ উপযুক্ত শিষ্য। আমি কিন্তু কোনো দিনা কাকো শিষ্য নাপালোঁ।"

জীৱনে সিটিক-মাচাকৈকে হাঁহে।

প্ৰণৱে কয়, "আপোনাৰ শিষ্য পৃথিবীখনেই। আপুনি যি লিখিব বা লিখিছে, তাকেই পঠন কৰি পৃথিবীয়েই আপোনাৰ শিষ্যত্ব গ্ৰহণ কৰিব। গোহৰৰ পৃথিবীক আৰু বেছিকৈ বুজাব নালাগে।"

তেতিয়া সূৰুয আকাশত তীব্ৰ ভাবে উঠিছে। সূৰুযৰ মিঠা মিঠা পোহৰবোৰৰ বৰ ঢৌবোৰ পৃথিবীৰ ইকাল সিকাল বাগৰি পৰিছে। কাৰো ক'তো নিদ্ৰা নাই, কাৰো ক'তো অলীক সপোন নাই, সকলো জাগি উঠিছে, সকলোৰে কৰ্ত্তব্যৰত, সকলোৰে মনবোৰ শুদ্ধ আৰু সূৰুযৰ দৰেই সতেজ। জীৱনৰ ঘৰটোৰ মাজত সকলোৰে উপলব্ধি কৰি উঠিছে সঁচাকৈয়ে পৃথিবীৰ দিগ-দিগন্ত পোহৰ কৰি যুগান্তৰ সূৰুযৰ আজি আবিৰ্ভাৱ হৈছে। পৃথিবী আৰু মানুহৰ মনবোৰ আজি সতেজ সতেজ লাগিছে।

—: অন্ত :—